# সম-স্বত্ববাদ

বা

# কমিউনিজম



শ্রীদেবেন্দ্র নাথ শর্ম্মা




## উছৰ্গা

বুকুৰ তেজ পানী কৰি ধন উপাৰ্জ্জন কৰা
অথচ দুবেলা দুমুঠি পেট ভৰাই
খাবলৈ নোপোৱা দেশৰ খেতিয়ক
আৰু বনুৱা-ভাই সকলৰ
হাতত।

দেবেন শৰ্ম্মা




## [illegible]।

আধুনিক জগতত বস্তু-বেহানিৰ নিচিনাকৈ জ্ঞান-বিজ্ঞানো এখন দেশৰ পৰা অইন এখন দেশলৈ ৰপ্তানি হয় আৰু তাত খ্যাতি-বিভূতি লাভ কৰে। সেই দেখিয়েই জাৰ্ম্মাণ দেশৰ মনিষী কাৰ্ল মাৰ্কছ্ প্ৰভৃতি সম-স্বত্ববাদী সকলৰ মতবাদ তেওঁলোকৰ দেশতে আবদ্ধ নাথাকি গোটেই জগতত বিয়পি পৰিল।

জগতে যদিও এই মতবাদক নতুন কথা বুলি ধৰিছে ভাৰতৰ পক্ষে কিন্তু ই নতুন নহয়। সম-স্বত্ববাদ ভাৰতৰ অদ্বৈতবাদ আৰু বিশ্বাত্মাৰ একত্ব-ভাৱৰ প্ৰতিধ্বনি মাথোন। কিন্তু দুৰ্ভাগ্যবশতঃ এই বিশ্বজনীন ভাৱ ইহ লৌকিক কামৰ বাবে নিৰ্দ্দিষ্ট নহৈ আমাৰ ইয়াত বৰ্ত্তমানে পাৰলৌকিকত্বৰ বাবেহে প্ৰয়োগ কৰা হৈছে। ইয়াৰ কাৰণ বিচাৰিলে সাধাৰণতে মনত এই ভাৱ উদয় হয় যে ধনী সম্প্ৰদায়ৰ পৰা সাহায্যপোৱা ধৰ্ম্মযাজক আৰু পুৰোহিত সকলৰ ব্যাখ্যাতেই এই মহান উদাৰ বিশ্বজনীন ভাৱৰ আজি ভাৰতত তথা গোটেই

পৃথিবীতেই এনে দশা হৈছে। বোধ হয় অভিজাত্য শ্ৰেণী,ৰজা আৰু ধনী সম্প্ৰদায়ৰ প্ৰভিপত্তিৰ ফলতেই ধৰ্ম্মযাজক আৰু পুৰোহিত সকলে জনসাধাৰণক বুজাইলি যে সংসাৰ অসাৰ, মায়াময়; আৰু এই অনিত্য সংসাৰত সুখ-দুঃখেই বা কি ? কিন্তু পৰ-লোক অনন্ত। তাত ধৰ্ম্ম ৰজাৰ বিচাৰত ধনী, নিৰ্ধনি ৰজা-প্ৰজা সকলো সমান। এই আশ্বাস-বানীতেই হোজা দৰিদ্ৰ জন সাধাৰণে ৰজা, আভি-জাত্য শ্ৰেণী, ধনী আৰু ধৰ্ম্ম যাজক-পুৰোহিতৰ অত্যাচাৰক পূৰ্ব্বজন্মৰ কৃত কৰ্ম্মৰ ফল বুলি ভগৱানৰ ফল আশীৰ্ব্বাদৰূপে মূৰ দোৱাই গ্ৰহণ কৰি কোনো-ৰূপে জীৱনযাত্ৰা নিৰ্ব্বাহ কৰি পৰলোকৰ বাবে প্ৰস্তুত হৈ স্বৰ্গসুখৰ কল্পনা কৰি অতি কষ্টেৰে দিন নিয়াব ধৰিলে। কিন্তু ৰহস্য এই যে পৰলোকৰ পৰা কোনোৱেই ঘূৰি আহি তাৰ ধৰ্ম্ম ৰজাৰ বিচাৰৰ কথা কোৱা নাই—কব নোৱাৰেও। গতিকে সেইটো অদৃষ্ট হৈয়ে থাকিলে।

যি সকল সৰল জনসাধাৰণে ধৰ্ম্মৰ নামত অদৃষ্টৰ ওপৰত নিৰ্ভৰ কৰি ভগৱানক ধিয়াই "হা হৰি" বুলি থাকিল সেই সকলৰ ওপৰতে অত্যাচাৰৰ মাত্ৰা বেচি হব ধৰিলে। পাচত বহুতে ভগৱানক ধিয়াই অদৃষ্টৰ ওপৰত নিৰ্ভৰ কৰি নিশ্চিন্তে থাকিব নোৱাৰি

পুৰুষাকাৰৰ সৃষ্টি কৰিলে ; আৰু প্ৰচাৰ কৰিলে যে ইয়াৰ দ্বাৰায় দুঃখ দৈন্যৰ পৰা হাত সাৰিব পাৰি। পুৰুষাকাৰ বাদী সকলে পাৰিপাৰ্শ্বিক অৱস্থা চাই বুজিব পাৰিছিল যে সকলো; দুঃখ-দৈন্যৰ,মূলত-বৈষম্য ধন-বৈষম্য, সামাজিক-অৱস্থা বৈষম্য, শক্তি-বৈষম্য আৰু বিদ্যা-বৈষম্য সেই দেখিয়েই তেওঁলোকে এই বৈষম্য দূৰ কৰি সাম্য স্থাপন কৰিবলৈ চেষ্টা কৰিব ধৰিলে। এই চেষ্টা বহুদিনৰ পৰাই নানা দেশত নানা ভাবে চলি আছে।

মানৱ সমাজৰ আদিম অৱস্থাত যে সকলো সমান আছিল—ইধুৰুপ। মানুহে মানুহে যে সমান —এই জ্ঞান তেতিয়া আছিল। কিন্তু পাচত পাৰি-পাৰ্শ্বিক অৱস্থাৰ প্ৰভাৱত যেতিয়া কিছুমান মানুহে সুবিধা পাই আন কিছুমান মানুহতকৈ শাৰীৰিক বা মানসিক গুণৰ বাবে বলী হ'ল তেতিয়াই বৈষম্যৰ সৃষ্টি হ'ল। ক্ৰমে এই বৈষম্য ইমান গুৰুতৰ হ'ল গৈ যে এক শ্ৰেণীৰ মানুহে আন এক শ্ৰেণীৰ মানুহৰ ওপৰত অমানুষিক অত্যাচাৰ কৰি-বলৈ আৰম্ভ কৰিলে। আৰু এই সময়তেই একো একোজন মহাপুৰুষ আবিৰ্ভাৱ হৈ এই বৈষম্য দূৰ কৰি পুনৰ শান্তি স্থাপনৰ চেষ্টা কৰে।

## সমাজ সৃষ্টি :—

যিদিনাই আদিম প্ৰাকৃত মানৱে প্ৰয়োজনৰ বাবে সঙ্ঘবদ্ধ হৈ বাস কৰিবলৈ ধৰিলে সেই দিনাই, সেই সুদূৰ অতীতৰ দিনৰ পৰাই সমাজৰ সৃষ্টি। কালক্ৰমত ক্ৰমবিকাশৰ ফলত বহু বিধি-ব্যৱস্থাৰ সৃজন কৰি মানুহে সমাজ ৰক্ষাৰ বাবে এখন শাস্ত্ৰ ৰচনা কৰিবলৈ সমৰ্থ হৈছিল; আৰু এই শাস্ত্ৰকেই ক্ৰমান্বয়ে কালধৰ্ম্ম অনুযায়ী সংস্কাৰ কৰিছিল আৰু কৰিয়েই আছে। গতিকে প্ৰাচীন সমাজ ইমান ৰূপান্তৰিত হৈছে যে বৰ্ত্তমান সমাজক সেই প্ৰাচীন সমাজৰ পৰা উদ্ভূত বুলি ধৰাই টান। আন কি, ভাষা পৰ্য্যন্তও সম্পূৰ্ণ নতুন ৰূপ ধৰিছে।

## দাস যুগ :—

মানৱ সমাজৰ প্ৰথম অৱস্থাত দাসত্ব প্ৰথা প্ৰচলিত আছিল। পৰস্পৰ পৰস্পৰৰ লগত সদায় কাজিয়া পেচাল লাগিয়েই আছিল। অতি সামান্য কাৰণতো যুদ্ধ বিগ্ৰহাদি হৈছিল। ইয়াৰ কাৰণ— সম্পত্তি-জ্ঞানবোধ আৰু তাৰ লগতে নিজৰ অধিকাৰ ৰক্ষাৰ বাবে প্ৰভুত্ব বিস্তাৰৰ চেষ্টা। সেই নিত্য সংগ্ৰামৰ দিনত বিজিত বংশৰ স্ত্ৰী পুৰুষে বিজেতাৰ বন্দীৰূপে দাস-দাসী হৈ তেওঁৰ ঘৰলৈ যাব লাগিছিল। এনেকৈয়ে দাসত্ব প্ৰথাৰ জন্ম। দাস

দাসী সকলে আহাৰ আৰু পিন্ধা কাপোৰৰ বাহিৰে আইন একো নাপাইছিল। দাসৰ সন্তান-সন্ততি সকলকো দাস ৰূপেই ব্যৱহাৰ কৰা হৈছিল। দাস মাত্ৰৰেই কোনো নিজা সম্পত্তি নাছিল। আন কি, সিহঁতৰ নিজৰ দেহাকো নিজৰ বুলি দাবী কৰিব নোৱাৰিছিল। অৰ্থাৎ সিহঁত আছিল—প্ৰভুৰ সম্পত্তি। ঘৰত-পোহা জন্তুৰ নিচিনা প্ৰভুৰ আদেশ পালন আৰু তুষ্টি সাধন কৰিবলৈয়েই আছিল—সিহঁতৰ জন্ম।

পৃথিবীৰ পুৰণি বুৰঞ্জীত পোৱা যায় যে ৰজাই দিগ্বিজয়ৰ কাৰণে নানা দেশলৈ যায়। নানা দেশ জয় কৰি লগত আনে কিছুমানক বন্দী কৰি—দাস-দাসী কৰিবলৈ। পাচত সেই দাস-দাসী সকলেই কৃষি, শিল্প আৰু বাণিজ্য আদি সকলো কৰি দিয়ে। প্ৰাচীন গ্ৰীক আৰু ৰোমৰ বুৰঞ্জীতো সেই একে কথা। মধ্য এছিয়াৰ কোন সুদূৰ দেশৰ পৰা আৰ্য্য সকল আহি ভাৰতৰ আদিমবাসী সকলক জয় কৰি দাস কৰি সকলো কাম সিহঁতৰ হতুৱাই কৰাইছিল। যথা :—

"শূদ্ৰন্তু কাৰয়েদ্ দাস্য ক্ৰীতম্ ক্ৰীতমেৱ বা।
দাস্যায়ৈৱ হি সৃষ্টোহসৌ ব্ৰাহ্মণস্য স্বয়ম্ভুৱা॥"

(মনুসংহিতা)

অর্থাৎ শূদ্রৰ ধাবায় দাস কর্ম্ম কৰাই লবা, সি কিনা হ'ক বা নহ'ক কাৰণ স্বয়ং ব্ৰহ্মাই তাক দাস কৰিহে সৃষ্টি কৰিছে ইত্যাদি। প্ৰাচীন ৰোমৰ দাসত্ব প্ৰথাও ইয়াতকৈ ভাল নাছিল। ৰোমৰ সভ্যতা ইউৰোপৰ ভিন্ ভিন্ দেশত প্ৰবৰ্ত্তন হোৱাৰ লগে লগে দাসত্ব প্ৰথাৰো প্ৰচলন হৈছিল। মধ্য যুগতো দাসত্ব প্ৰথা চলিছিল আন কি সিদিনা আমেৰিকা আবিষ্কাৰ হোৱাৰ পাচতো দাসত্ব প্ৰথাৰ ক্ৰম বিকাশ কৰি আফ্ৰিকাৰ পৰা মানুহ ধৰি আনি পশুৱৎ ব্যৱহাৰ কৰিছিল।

সামন্ত যুগ ঃ—

বহুদিন এই দাসত্ব প্ৰথা চলিছিল। পাচত ক্ৰমে ক্ৰমে একো একোটা বংশই বিস্তাৰ হৈ একো একোটা জাতিত পৰিণত হল। ব শব অধিপতিৰ শাসনৰ বান্ধ ঢিলা হবলৈ ধৰিলে আৰু তেতিয়া জাতিৰ ভিতৰতেই বহু প্ৰভাৱশালী বীৰৰ আবিৰ্ভাৱ হ'ল। গতিকে সকলোৱে মিলি এই প্ৰভাৱশালীজনক ৰজা পাতিলে আৰু বাকীবিলাকে সামন্ত-পদ গ্ৰহণ কৰি ৰজাৰ নেতৃত্ব মানি চলিবলৈ মান্তি হল। এই সময়ৰ পৰাই সামন্ত-যুগ। এই যুগত দাস সম্প্ৰদায়ে অলপ উন্নত অৱস্থা লাভ কৰে আৰু প্ৰজাৰূপে অভিহিত হয়। এই প্ৰজাসকলেই হাল

বাই শস্য উৎপাদন কৰি প্ৰভু সকলক পুহিছিল, আৰু তেওঁলোকৰ আদেশ পালন কৰি নিজৰ জান-প্ৰাণ দিও যুদ্ধ বিগ্ৰহাদি কৰি তেওঁলোকৰ ৰাজ্য ৰক্ষা আৰু বিস্তৃত কৰিছিল।

এই সামন্ত-যুগ মানৱ-বুৰঞ্জীৰ এটি অভিনৱ যুগ। এই যুগত ৰজা আৰু সামন্ত সকলৰ পৃষ্ঠ-পোষকতাত শিল্প, কলা আদি বৰ উন্নতি লাভ কৰিছিল। এই যুগত নানা ঠাইত সুন্দৰ সুন্দৰ ধৰ্ম্ম মন্দিৰ, অট্টালিকা আদি নিৰ্ম্মিত হৈছিল। এই যুগত শিল্পী সকলে নিজৰ নিজৰ ঘৰত সপৰিবাৰে শিল্প আদিৰ কাম কৰি সুখেৰেই জীৱন কটাইছিল। শ্ৰম আৰু লাগতিয়াল যন্ত্ৰ পাতি সকলোৰেই শিল্পীৰ নিজা আছিল। এই যুগত শ্ৰমেই আছিল—শিল্পীৰ মূলধন, বৰ্ত্তমানৰ দৰে পণ্য স্বৰূপ নাছিল।

কলকাৰখানাৰ যুগ ঃ—

ইয়াৰ কিছুদিন পাচত বৈজ্ঞানিক কল-কাৰখানাৰ আবিষ্কাৰ হোৱাৰ ফলত আগৰ শিল্পী সকলে কল-কাৰখানাৰ মালিক সকলৰ লগত প্ৰতি-যোগীতাত তিষ্ঠিব নোৱাৰি তেওঁলোকৰ তলত সেও মানিলে, অৰ্থাৎ কল-কাৰখানাৰ মালিকৰ তলত মালিকে ইচ্ছামতে নিৰ্দ্ধাৰণ কৰি দিয়া মজুৰী লৈ কাম কৰিবলৈ বাধ্য হ'ল। মালিক সকলে "চাহিদা আৰু

যোগান" (Demand and supply) অনুসাৰে মজুৰীৰ হাৰ নিৰ্ণয় কৰি দিবলৈ ধৰিলে। এনেদৰে মজুৰী নিৰ্ণয় কৰাত শিল্পীৰ শ্ৰম পণ্যত পৰিণত হ'ল। ইয়াৰ ফলত সমাজত এটি নতুন সম্প্ৰদায়ৰ সৃষ্টি হ'ল। কল-কাৰখানা-থকা-ঠাই—বৰ নগৰত পৰিণত হ'ল। তাত হেজাৰ হেজাৰ কুলিয়ে (সামন্ত-যুগৰ শিল্পী সকলেই কুলিত' পৰিণত হ'ল) বাস কৰি সদায় মালিকৰ হুকুমমতে কাম কৰিবলৈ ধৰিলে।

আনৰ ইচ্ছানুযায়ী কাম কৰাৰ পৰিনামত কুলিবিলাকৰ স্বাধীন চিন্তা লোপ পালে। অন্ন-বস্ত্ৰ সংস্থানৰ সমস্যাত সদায় ব্যাকুল, দিনৰ দিনতো কঠোৰ পৰিশ্ৰম কৰি কৰি শিক্ষা-দীক্ষাৰ অভাৱত আত্মমৰ্য্যাদা জলাঞ্জলি দি সিঁহতে কোনো মতে জীৱন যাত্ৰা নিৰ্ব্বাহ কৰিবলৈ ধৰিলে। এনেকৈয়ে "প্ৰোলেটেৰিয়েট" ( Proletariat ) অৰ্থাৎ "আত্মোৎপন্ন বঞ্চিত সম্প্ৰদায়" সৃষ্টি হয়। এই সম্প্ৰদায়ক আত্মোৎপন্নবঞ্চিত সম্প্ৰদায় বোলাৰ কাৰণ এয়ে যে, এওঁলোকে যি উপাৰ্জ্জন কৰে নিজে তাৰ পৰা বঞ্চিত। অৰ্থাৎ নিজে উপাৰ্জ্জন কৰি নিজে খাবলৈ নাপায়—খায় আনে। কল, কাৰখানাৰ দ্বাৰায় শিল্পী সকলৰ ঘৰুৱা-শিল্প কাৰ্য্যক প্ৰতিযোগী-ভাৱে ধ্বংস কৰাত সম্পত্তিবিহীন হৈ বা সংস্থানৰ

উপায়হীন হৈ যি সকল গৃহশিল্পীয়ে নিজক কল-কাৰখানাৰ মালিকৰ ওচৰত ভাৰাত বা কেবেয়াত খটাবলৈ বাধ্য হৈছে আৰু নিজে পৰিশ্ৰম অনুযায়ী পাৰিতোষিক নাপায়—সেই সকলেই "প্ৰোলেটে-ৰিয়েট" বা আত্মোৎপন্ন-বঞ্চিত সম্প্ৰদায়।

কল-কাৰখানাৰ মালিক ধনী সকলক "বুৰ্জো-ৱাজী" ( Bourgesisie ) বা "পৰান্নভোগী-সম্প্ৰদায়" বোলা হয়। এই সম্প্ৰদায়ক পৰান্ন-ভোগী বোলাৰ কাৰণ—এওঁলোকে আনৰ উপাৰ্জ্জিত ধনেৰে সদায় পৰিপুষ্ট, নিজে কোনো পৰিশ্ৰম নকৰে কেৱল আনৰ শ্ৰমৰ ওপৰতেই সদায় বহি বহি খায়। এই পৰান্ন-ভোগী সম্প্ৰদায়ৰ ধন সম্পত্তি আৰু ইচ্ছামতে ভোগবিলাস কৰা দেখি আৰু আনফালে সেই হতভগা আত্মোৎপন্ন বঞ্চিত সম্প্ৰ-দায়ৰ অভাৱৰ তাড়না দেখিলে পাষাণ হিয়াও ফাটি যায়। কল-কাৰখানা আৱিষ্কাৰৰ ফলত জগতত আজি যি জটিল সামাজিক অৱস্থাৰ সৃজন কৰিছে ইয়াৰ মীমাংসাৰ বাবেই পৃথিবীৰ শ্ৰেষ্ঠ মনিষী সকলে যোৱা দেৰ-শ বছৰৰ পৰা চেষ্টা কৰিছে আৰু এই চেষ্টাই হৈছে—সম-স্বত্ববাদ।



# সমন্বয়বাদৰ উৎপত্তি।

সামাজিক বৈষম্যই সমন্বয়বাদৰ জন্মদাতা। সমাজত যেতিয়া নানাৰকম বৈষম্যৰ সৃষ্টি হয় আৰু এই বৈষম্যৰ ফলত সামাজিক মানুহৰ ঘোৰ অনিষ্ট হয় তেতিয়া একো একোজন মহাপুৰুষ বিপ্লৱৰ অগ্ৰদূত স্বৰূপে আৱিৰ্ভাৱ হৈ জগতত মহাবিপ্লৱৰ সৃষ্টি কৰি সকলো অসামঞ্জস্যতা দূৰ কৰি শান্তি আৰু সাম্য স্থাপন কৰে। এয়েই জাগতিক চিৰন্তণ নীতি। কিন্তু মানুহ স্বাভাৱিকতে দুৰ্ব্বল আৰু সেই দেখি যেতিয়া ক্ষণজন্মাপুৰুষে হাতত বিপ্লৱৰ পৰশু কুঠাৰ লৈ আবিৰ্ভাৱ হয় তেতিয়া সেই ক্ষণ-জন্মা পুৰুষৰ কাৰ্য্য কলাপৰ গতি দেখি সৰ্ব্ব সাধাৰণ মানুহে প্ৰলয়ৰ আগন্তুক বুলি ভাবি তাক বাধা দিবলৈ যৎপৰোনাস্তি চেষ্টা কৰে; কিন্তু অৱশেহত যেতিয়া দেখে যে এই ক্ষণ-জন্মা পুৰুষৰ কাৰ্য্যাৱলীয়ে তেওঁলোকৰ হে কল্যাণ সাধন কৰিলে তেতিয়া সেই মহাপুৰুষক ঈশ্বৰ, অৱতাৰ আদি নানা আখ্যাদি পূজা কৰিবলৈ ধৰে।

সম-স্বত্ববাদ সম্বন্ধেও সেই একে কথা। বৰ্ত্তমানে ইয়াৰ নাম শুনিলেই বহুতে ভয়ত ত্ৰাহি মধুসূদন সোঁৱৰে আৰু বহুতে ইয়াৰ বীজ উঘালিবলৈ সাধ্যানুযায়ী চেষ্টা কৰে। এই সম-স্বত্ববদৰ আভাস আধুনিক জগতত প্ৰথমে ইউৰোপীয় মনিষী সকলে দিয়ে। কিন্তু ভাৰতত এই ভাব বহুপূৰ্ব্বে আছিল যদিও আজি—ই আমাৰ নতুন যেন লাগিছে। প্ৰাচীন বৈদিক যুগত ভাৰতীয় সমাজ সম-স্বত্ববাদৰ ওপৰতেই প্ৰতিষ্ঠিত আছিল। তাৰ প্ৰমাণ আমি ঋগ্বেদত পাওঁ। যথা—

"ওঁ সমানো মন্ত্ৰঃ সমিতিঃ সমানী সমানং মনঃ
সহচিত্তমেষাম্।
সমান মন্ত্ৰয়মভি মন্ত্ৰয়েবঃ সমানেন বো হবিষা
জুহোমি।"

( ঋগ্বেদ ১০ ১৯১।৩৪ )

অৰ্থাৎ—"হে মনুষ্য, তোমালোক সকলোৰে একে মন্ত্ৰ হ'ক, সমিতি একে হ'ক, চিত্ত পৰস্পৰৰ লগত এক হ'ক তোমালোক সকলোকেই একে সঙ্কল্পৰ দ্বাৰায় যুক্ত কৰিছো আৰু তোমালোক সকলোকেই একেৰকমৰ ভোগ আৰু কৰ্ম্ম দান কৰিছো।"

পুনৰ—

"ওঁ সমানী ব আকূতিঃ সমানা হৃদয়ানি বঃ।
সমানমস্তু বো মনো যথা বঃ সু সহামতি।"

( ঋগ্বেদ ১০।১৯১।১৪ )

অর্থাৎ—"হে মনুষ্য তোমালোক সকলোৰে লক্ষ্য একে হ'ক, মন একে হ'ক, হৃদয় একে হ'ক আৰু তাতে তোমালোকৰ শক্তি সাৰ্থক হ'ক।"

ইত্যাদি বেদোক্তিৰ পৰা সুন্দৰকৈ অনুমান কৰিব পৰা যায় যে সম-স্বত্ববাদ যদিও আজি আধুনিক জগতৰ নতুন কথা কিন্তু ভাৰতবাসীৰ ই নতুন নহয়। বৰঞ্চ ই ভাৰত বাসীৰহে নিজস্ব। কিন্তু কালৰ কুটিল গতিত এই সম-স্বত্ববাদৰ ( communism ) নাম উলিয়ালেই আজিৰ ভাৰতবাসীয়ে ইউৰোপৰ তথা ৰুচিয়াৰ ধাৰ কৰা কথা বুলি কয় আৰু ভাৰতৰ পক্ষে ই অসম্ভৱ বুলি মন্তব্য প্ৰকাশ কৰে।

কল-কাৰখানা আবিষ্কাৰ হোৱাৰ পৰিণামত ইউৰোপীয় সমাজত যি বৈষম্যৰ সৃষ্টি হয় তাক গুচাবৰ অৰ্থে ওঠৰ শতিকাৰ শেষভাগত ইউৰোপৰ নানা ঠাইত নানা সভা সমিতি স্থাপিত হয়। এই সভা সমিতি বিলাকৰ ভিতৰৰ লেখত লবলগীয়া প্ৰথমে "ইলুমিনেটাছ" সমিতি। (Illuminatus)

এই সমিতিৰ প্ৰতিষ্ঠাতা 'এদাম ওৱেইছ্‌হাপ্ত (Adam Weishupt) নামে এজন জাৰ্ম্মাণ। ৭৭৬ খৃঃ ত তেওঁ প্ৰচাৰ কৰিলে যে "মানুহ স্বভাৱতেই স্বাধীন আৰু সম-স্বত্ববাদী। কিন্তু জগতৰ প্ৰচলিত শাসনতন্ত্ৰবোৰ এনেদৰে পৰিচালিত যে ইয়াৰ বিধি-ব্যৱস্থাৰ ফলত সমাজৰ কেইজনমান মানুহে অত্যন্ত ধনী হয় আৰু বাকী আটাইবোৰেই দুখীয়া হয়। ধনী সকল স্বাধীন মালিক আৰু দুখীয়া সকল পৰাধীন দাস। এই শোচনীয় অৱস্থাৰ পৰা মুক্তি লাভ কৰাই মানুহৰ প্ৰধান কৰ্ত্তব্য। মানুহ স্বভাৱতঃ দুষ্ট-বুদ্ধি নহয় কিন্তু ধৰ্ম্মৰ নামত, বিধি-ব্যৱস্থাৰ নামত, শাসক, ধৰ্ম্মযাজক আৰু পুৰোহিত সকলৰ আদেশ-উপদেশৰ দ্বাৰায়হে মানুহক দুষ্ট-বুদ্ধি কৰি তোলা হয়। গতিকে মানুহক শিক্ষা দিব লাগে যাতে মানুহৰ ধৰ্ম্ম—ন্যায় আৰু যুক্তিৰ ধৰ্ম্ম হয়। ন্যায়-যুক্তিৰ ধৰ্ম্ম প্ৰতিষ্ঠিত হলেই মানুহৰ মন উদাৰ হব আৰু তাৰ লগে লগে জগতত শান্তি স্থাপন হব।" ইত্যাদি কথা প্ৰচাৰৰ বাবেই 'ইলুমিনেটাছ" সমিতিৰ জন্ম। এই সমিতিৰ কাৰ্য্য-কলাপ গুপ্ত ভাৱেই পৰিচালনা কৰা হৈছিল। কিন্তু বেভেৰীয়াৰ গৱৰ্ণমেণ্টে ইয়াৰ কথা জানিব পাৰি সমিতিক দমন কৰিবলৈ দৃঢ় প্ৰতিজ্ঞ হ'ল আৰু

ইউৰোপৰ সকলো গৱৰ্ণমেণ্টকে এই সমিতিৰ কথা জনালে। সমিতিৰ বহু সদস্য ধৰা পৰি দণ্ডিত হ'ল। ওৱেইছ্‌হাপ্তে কোনোমতে পলাই এঠাইত আশ্ৰয় ললে। যদিও ইলুমিনেটাছ সমিতিক দমন কৰা হ'ল কিন্তু ইয়াৰ মূলনীতি হলে ইউৰোপৰ সকলো ঠাইতে বিস্তৃতি লাভ কৰিলে।

পহিলতে কিন্তু সম-স্বত্ববাদৰ আভাস দিয়ে 'ফিক্তে' নামে একজন লেখকে। তেওঁ তেওঁৰ "ফৰাচী বিপ্লব অনুমোদী উপাদানসমূহ" (Materials for the justification of the French Revolution) বোলা কিতাপ খনত লেখিছে যে, "ধন উৎপন্ন হয় একমাত্ৰ শ্ৰমৰ দ্বাৰায়। যি শ্ৰম নকৰে সমাজৰ ওচৰত ভৰণ-পোষণ পোৱাৰ তেওঁৰ কোনো অধিকাৰ নাই।" ইয়াৰ পাচত তেওঁ তেওঁৰ "স্বাভাৱিক স্বত্বৰ তত্বসমূহ" ( Principles of Natural Rights ) বোলা কিতাপ খনত লেখিছে যে, "যাৰ জীয়াই থাকিবলৈ ভৰণ-পোষণৰে অভাৱ, তেওঁ আনৰ সম্পত্তিৰ স্বত্বক মানিবলৈ বা স্বীকাৰ কৰিবলৈ বাধ্য নহয়। কাৰণ প্ৰত্যেক মানুহৰে জীয়াই থাকিবলৈ অলপ নহয় অলপ সম্পত্তি থকা উচিত। সমাজে সকলোকে শ্ৰমৰ উপায়ৰ ব্যৱস্থা কৰি দিবলৈ বাধ্য যিহেতু জীয়াই থাকিবলৈ প্ৰত্যে-

কেই শ্ৰম কৰিবলৈ বাধ্য।" ইয়াৰ পাচত তেওঁ 'State in accordance with Right" (স্বত্ব অনুযায়ী ৰাষ্ট্ৰ) নামে কিতাপ খনত লেখিছে যে, "যেতিয়াকৈ সমাজৰ যি কোনো মানুহৰে খোৱাৰ সংস্থানৰ অভাৱ থাকিব তেতিয়ালৈকে সমাজত কোনো মানুহেই নিজ-প্ৰয়োজনতকৈ বেচি সম্পত্তি দখল কৰি ৰখা উচিত নহয়।"

ফিক্তেৰ পাচত 'কছোৰ সাধাৰণ স্বত্ববাদকেই প্ৰচাৰ কৰি উইত্‌লিঙ্কে লেখিছিল যে, "বৰ্ত্তমান ৰাষ্ট্ৰপ্ৰণালীক সমূলে ধ্বংস কৰিলেহে প্ৰকৃত সাম্য প্ৰতিষ্ঠানৰ সম্ভৱ হব। ৰাজ্য শাসন (government বিধি সঙ্গত নহয়, ৰাজ্য-পালনহে (administration) বিধিসঙ্গত।" ইত্যাদি ভাৱ প্ৰচাৰৰ ফলত ১৮৪৮ খৃতঃ ফ্ৰান্স আৰু জাৰ্ম্মানীত বিপ্লৱে দেখা দিয়ে। ৰাজশক্তিয়ে বিপ্লব দমন কৰি এনে ভাৱবোৰৰ প্ৰচাৰ বন্ধ কৰি দিলে।

সকলো ঠাইতে ভীষণ দাৰিদ্ৰ্য আৰু দুৰ্দ্দশা, অথচ মাত্ৰ কেইজন মান মানুহৰ ধনৰ সীমা নাই। এই বৈষম্যৰ হেতু নিৰ্ণয় কৰিবলৈ 'মাৰ্ক্স' নামে এজন চিন্তাশীল পুৰুষে মনস্থ কৰিলে। তেওঁ ভাবি ভাবি ইয়াকে ঠিক কৰিলে যে, "ইয়াৰ প্ৰতীকাৰ হব পাৰে একমাত্ৰ সামাজিক-ব্যৱস্থাৰ

সম্পূর্ণ সংস্কাৰৰ দ্বাৰায়। শিল্প-কলাৰ যিমানেই উন্নতি নহ'ক—ই কেতিয়াও জনসাধাৰণক সুখ সন্তোষ দিব নোৱাৰে। কেৱল অর্থনীতিৰ প্রসাৰৰ ওপৰতহে সমাজৰ আচল সুখ নির্ভৰ কৰে।”

ইয়াৰ পাচত ‘ৰিকার্ডো’ নামে এজন পণ্ডিতে ‘আদাম স্মিথৰ, অর্থনৈতিক তত্ত্ববিলাকৰ ভালদৰে ব্যাখ্যা কৰিবলৈ ধৰে। তেওঁ কয় যে, “অর্থনৈতিক দৃষ্টিত কেৱল মাথোন শ্রমৰ সহায়তহে ধনৰ সৃষ্টি হয়। দাৰিদ্র্য আৰু ব্যৱসায় সঙ্কটে সমাজৰ সুখ আৰু উন্নতিৰ প্রধান অন্তৰায়। যেতিয়ালৈকে পণ্য বস্তুৰ বিনিময় আৰু উৎপন্ন বস্তুৰ বিতৰণ সুযুক্তিৰ ওপৰত নচলিব তেতিয়ালৈকে মজুৰী বা বানচ নাবাঢ়িব আৰু শ্রমোৎপন্ন ধনৰ অতি সামান্য অংশহে শ্রমিক সকলে পাৰিশ্রমিক হিচাবে পাব। ফলতঃ দাৰিদ্র্যই সমাজত চিৰস্থায়ী বন্দোবস্ত কৰি থাকিব আৰু মাজে মাজে ব্যৱসায় সঙ্কটে ভুমুকি মাৰি থাকিবই। বজাৰলৈ বস্তু বেচিবলৈ অহাৰ দৰে শ্রমিকেও তাৰ শ্রম বেচিবলৈ আহে, আৰু শ্রমকিনোতা ধনী সকলে বস্তু কিনাৰ নিচিনা দৰ দাম কৰি যিমান কম দামত পাৰে কিনিবলৈ চেষ্টা কৰে। ইয়াৰ বাহিৰেও সমান ধনীসকলৰ লগত প্রতিযোগীতাত উঠিবলৈ যিমান কম খৰচত বস্তু তৈয়াৰ

কৰাই লব পাৰে তাৰ চেষ্টা কৰিবই। ইত্যাদি কাৰণে শ্ৰমিকৰ মজুৰী বা •বানচ ষৰ কম হয়। কোনোমতে মমৰি জীয়াই থাকিব পৰাকৈ মাথোন পায়। ইয়াৰ উপৰিও শ্ৰমিকৰ মজুৰী সদায় একে নাথাকে কাৰণ "চাহিদা আৰু যোগান" নীতিৰ দ্বাৰায় নিয়ন্ত্ৰিত হৈ শ্ৰমিকৰ শ্ৰমৰ দামো বস্তুৰ দামৰ নিচিনা কম বেচি উঠা-নমা হয়।

কল-কাৰখানা আবিষ্কাৰ হোৱাৰ ফলত আগতকৈ বস্তু পাঁচগুণ বেচি উৎপন্ন হৈছে আৰু তাৰ লগে লগে কল-কাৰখানাৰ মালিক সকলৰো আয় পাঁচ গুণ বাঢ়িছে, কিন্তু শ্ৰমিকৰ আয় এপইচাও বঢ়া নাই। মালিক আৰু শ্ৰমিকৰ মাজত হিমালয়-সদৃশ ব্যৱধান। প্ৰথমে কল-কাৰখানা স্থাপন কৰাত বেচি টকা খটোৱা বাবে মালিক সকলৰ বেচিকৈ লাভৰ অংশ নিবলৈ কোনো অধিকাৰ নাই, কাৰণ ধনমাত্ৰই শ্ৰমৰ পৰাহে উৎপন্ন। যি মূল ধন খটাই ধনীয়ে প্ৰথমতে কল-কাৰখানা স্থাপন কৰে সেই মূলধনো আগেয়ে কেতিয়াবা শ্ৰমিকক বঞ্চিত কৰিহে সঞ্চিত কৰা।

---

# সম্-স্বত্ববাদৰ প্ৰৱৰ্ত্তক।

## কাৰ্ল মাৰ্কছ্।

সম-স্বত্ববাদৰ সৰ্ব্ববাদী সম্মত শ্ৰেষ্ঠ পুৰুষ কাৰ্ল্ মাৰ্কছ্। ১৮১৮ খৃঃৰ ২ মেইৰ দিনা জাৰ্ম্মানীৰ ট্ৰিৰছ্ নগৰত এই প্ৰাতঃস্মৰনীয় মহা-পুৰুষৰ জন্ম হয়। তেওঁৰ পিতাক আছিল এজন ব্যৱহাৰজীবি। কিবা কাৰণবশতঃ যৌৱনৰ প্ৰাৰম্ভতেই জাৰ্ম্মান বিশ্ববিদ্যালয়ৰ লগত মনোমালিন্য হোৱাত বিশ্ববিদ্যালয়ৰ লগত সকলো সম্পৰ্ক চিঙি সস্ত্ৰীক পেৰিচলৈ যায় আৰু তাতেই বসতি কৰে।

পেৰিচত তেওঁ তেওঁৰে সম-মতাৱলম্বী বহুতকো পালে আৰু সি সকলৰ সৈতে সম-স্বত্ববাদ প্ৰচাৰ কৰিবলৈ ধৰিলে। তাতে তেওঁৰ সাম্যবাদী ফ্ৰেড্ৰে-ৰিচ এঞ্জেল, প্ৰুধোন আৰু বাকুনিনৰ লগত পৰিচয় হয়। ১৮৪৫ খৃঃত প্ৰুছিয়ান গৱৰ্ণমেণ্টৰ অনুৰোধত ফ্ৰেঞ্চ গবৰ্ণমেণ্টে তেওঁক পেৰিচ ত্যাগ কৰিবলৈ হুকুম দিয়ে। ইয়াৰ পাচত তেওঁ ব্ৰুছেলছলৈ যায় আৰু তাত তিনি বছৰ থাকে।

মাৰ্কছৰ মতবাদ আলোচনা কৰাৰ আগেয়ে

সেই সময়ৰ ইউৰোপৰ আৰু বিশেষকৈ জাৰ্ম্মাণীৰ অৱস্থা চমুকৈ আলোচনা কৰা দৰ্কাৰ।

ওঠৰ শতিকাৰ শেহভাগত কল-কাৰখানা আৰু বাষ্পীয় যান আবিষ্কাৰ হোৱাৰ ফলত বাণিজ্য আৰু শিল্প ৰাজ্যত এটি বিপ্লৱৰ সৃষ্টি হৈছে। ইংলণ্ডৰ আৰ্কৰাইট্ আৰু ক্ৰপটন প্ৰভৃতিৰ আবিষ্কাৰে বস্ত্ৰ-শিল্পৰ এটি যুগান্তৰ আনিলে। জেমছ্ ওয়াটৰ আবিষ্কাৰেও ব্যৱসায় জগতত এটি নতুন যুগ আনিলে। ইত্যাদি আবিষ্কাৰৰ ফলত সমাজত গুৰুতৰ আৰ্থিক বৈষম্যই দেখা দিলে। সমাজত দুটি শ্ৰেণীৰ সৃষ্টি হ'ল—এটি ধনী, কলকাৰখানাৰ মালিক আৰু আনটি শ্ৰমিক যি কলকাৰখানাত নিজক কেবেয়াত খটাই জীৱিকা নিৰ্ব্বাহ কৰে। এই অস্বাভাৱিক আৰ্থিক বৈষম্যই ধনী-নিৰ্ধনিৰ মাজত শ্ৰেণীযুঁজৰ বীজ ৰোপণ কৰিলে। সকলো ঠাইতে নিৰ্ধনিৰ ওপৰত ধনীৰ অত্যাচাৰ বে-পৰোৱা ভাৱে চলিব ধৰিলে। কিন্তু ক্ৰমে অশেষ অত্যাচাৰ আৰু নিপীড়ন সহ্য কৰি শ্ৰমিক সকলে শ্ৰমিক-সঙ্ঘ স্থাপন কৰি সঙ্ঘৰ শক্তি বঢ়োৱাৰ চেষ্টা কৰিবলৈ ধৰিলে।

এনে সময়তে এই নিপীড়িত, মূক জনসাধাৰণৰ ত্ৰাণকৰ্ত্তাৰূপে মাৰ্কছৰ জগতত আবিৰ্ভাৱ। তেওঁৰ

জন্মৰ আগেয়ে প্লেটো, হেন্ট চাইমন, ৰবার্ট ওৱেন আৰু কোবিয়াৰ প্ৰভৃতি মানৱ সমাজৰ হিতাকাঙ্ক্ষী চিন্তাশীল পুৰুষ সকলে জনসাধাৰণৰ হিতৰ বাবে সম-স্বত্ববাদৰ প্ৰচাৰ কৰি গৈছিল, কিন্তু মার্ক্সৰ সময়লৈকে সম-স্বত্ববাদ এটা বিজ্ঞানসম্মত মতবাদ বুলি গৃহীত হোৱা নাছিল, তেতিয়া ই আছিল কেই-জন মান দাৰ্শনিক পণ্ডিতৰ কল্পনা স্বৰূপ—জন-সাধাৰণৰ মনত কোনো প্ৰেৰণা দিব পৰা নাছিল। মার্ক্সেহে সম-স্বত্ববাদক বিজ্ঞান-সম্মত মতবাদৰূপে গঢ়ি তুলি মানৱ-সমাজ গঠনৰ শ্ৰেষ্ঠ উপাদান কৰি তুলিছিল।

মার্ক্সৰ সময়ত জাৰ্ম্মাণীৰ ৰজা আছিল চতুৰ্থ উইলিয়াম আৰু সেই সময়ত জাৰ্ম্মাণীৰ ৰাষ্ট্ৰনীতি অনেক পৰিমাণে উদাৰ ভাবাপন্ন আছিল। হেগেলৰ অবাস্তৱ মতবাদ ক্ৰমান্বয়ে নোহোৱা হব ধৰিছিল। জনসাধাৰণে বাস্তৱ প্ৰত্যক্ষ সংসাৰৰ সম্বন্ধ ত্যাগ কৰি অক্ষয় স্বৰ্গলাভৰ লোভত নিষ্ক্ৰিয় সংসাৰ বিৰাগী হোৱা ভাৱ ত্যাগ কৰিব ধৰিছিল গতিকে সংসাৰ অসাৰ, মায়াময়, সুখ-দুঃখ অনিত্য ইত্যাদি ভাৱ ক্ৰমে নোহোৱা হব ধৰিছিল। জন-সাধাৰণে বুজিব ধৰিছিল যে সংসাৰত কৰ্ম্ম-যোগী হৈ বিশ্বমানৱৰ প্ৰতি প্ৰেম আৰু ভক্তিহে আচল ধৰ্ম্ম।

মানুহৰ অন্তৰত এই নব ভাৱৰ প্ৰভাৱ সোমোৱাত তেওঁলোকে পৰিদৃশ্যমান সংসাৰৰ বাস্তৱতাৰ ফালেহে বেচি পৰিমাণে চকু দিবলৈ ধৰিলে আৰু ক্ৰমান্বয়ে বুজিলে যে দুখীয়াৰ প্ৰতি ধনীৰ, দুৰ্ব্বলৰ প্ৰতি প্ৰবলৰ অত্যাচাৰে কেনে নিষ্ঠুৰ আৰু নিৰ্ম্মমভাৱে সমাজক উৎপীড়িত কৰিব ধৰিছে। এই অত্যাচাৰৰ মূল আৰু পৰিণাম তেতিয়াৰ জাৰ্ম্মানীৰ চিন্তাশীল মনিষী সকলে জনসাধাৰণৰ আগত বুজাবলৈ ধৰিলে। যিসকল ধনী, প্ৰবল আৰু অভিজাত —সিসকলে এই আন্দোলনক প্ৰলয়ঙ্কৰ ভাবি আন্দোলনকাৰীসকলক ৰাজদ্ৰোহী আৰু সমাজদ্ৰোহী বুলি প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰিব ধৰিলে। ফলত বহুতে দেশত্যাগ কৰিবলৈ বাধ্য হৈছিল। এই সকলৰ বহুতেই পেৰিচলৈ যায় আৰু তাত তেওঁলোকৰ বহুতো সম-মতাৱলম্বীক লগ পায়। সকলোৱে তাত মিলি প্ৰচাৰ কৰিবলৈ ধৰিলে যে, সংসাৰৰ ধন সম্পদ, কৰ্ম্ম আৰু আনন্দত ব্যক্তি-বিশেষৰ বা বৰ্গবিশেষৰহে যে কেৱল অধিকাৰ আছে এনে নহয়—তাত সকলোৰে সমান অধিকাৰ আছে।

পেৰিচৰ এই দলৰ ভিতৰত কাৰ্ল মাৰ্ক্‌ছো আছিল এজন। তেওঁ তেওঁৰ সহকৰ্ম্মীসকলৰ সৈতে

হৃদয়ৰ আন্তৰিক বিশ্বাসে সৈতে যোগ দি সমাজতত্ত্বৰ বৈজ্ঞানিক ভিত্তিৰ ওপৰত সমন্বয়বাদক প্ৰতিষ্ঠিত কৰি যাতে সমস্ত ইউৰোপতে এটি প্ৰবল সামাজিক বিপ্লৱ হয় তাৰ চেষ্টা কৰিব ধৰিলে। পোনতে এখন বাতৰি কাকত উলিয়াই এই বিলাক মতবাদ প্ৰচাৰ কৰিবলৈ ধৰিলে। কিন্তু ইয়াৰ অলপ পাচতে মাৰ্কছে ফ্ৰান্সৰ পৰা ইংলণ্ডলৈ যাবলৈ বাধ্য হৈছিল।

মাৰ্কছীয় নীতিৰ প্ৰধান কথা হৈছে—Materialistic interpretation of History অৰ্থাৎ বুৰঞ্জীৰ বৈষয়িক ব্যাখ্যা। তেওঁ কয়—মানৱ সমাজৰ চাকুৰ ঘটনাবোৰৰ পৰিবৰ্ত্তনৰ মূলত—তাৰ বৈষয়িক অৱস্থা। এই বৈষয়িক অৱস্থাৰ নানাৰূপ হয় আৰ্থিক অৱস্থাৰ পৰা। আৰু আৰ্থিক অৱস্থা নিৰ্ভৰ কৰে দেশৰ অৰ্থনৈতিক ব্যৱস্থাৰ ওপৰত। মানুহৰ স্বভাৱ-চৰিত্ৰ, সুখ-দুঃখ, সুশিক্ষা-কুশিক্ষা, আশা-আকাঙ্ক্ষা, সন্তোষ-অসন্তোষ আৰু এই বিলাকৰ বাবে পৰিবৰ্ত্তন আবৰ্ত্তন—সকলো নিৰ্ভৰ কৰে দেশৰ অৰ্থ-নৈতিক ব্যৱস্থাৰ ওপৰত। তেওঁ কয় যে, এই বিষম অৰ্থ-নৈতিক ব্যৱস্থাৰ বাবেই অতীত কালত এটি মহা বিপ্লৱ হৈছিল আৰু সুদূৰ ভবিষ্যতেও এটি হব। ধনী বিদিনা সদয় হব,

সহৃদয় হব সিদিনাৰ পৰা নিৰ্ধনিৰ প্ৰতি তেওঁৰ দুৰ্ব্ব্যৱহাৰৰ প্ৰবৃত্তি আৰু নাথাকিব। কিন্তু যতদিন তেওঁৰ ধনলালসা থাকিব, ধনাধিকাৰৰ প্ৰমত্ততা থাকিব ততদিন ই আশা দুৰাশা মাত্ৰ। পৃথিবীৰ যি ভাল, যিহত সুখ আছে, যত আনন্দ আছে— এই সকলোতেই যে ধনী আৰু দৰিদ্ৰৰ সমান অধিকাৰ আছে—ই সত্য। এই সত্যই জ্ঞানক জগাই দিছে আৰু সমস্বত্ববাদৰো বীজ এই সত্যই।

১৮৪৭ খৃষ্টাব্দত মাৰ্ক্‌ছে দুটি অৰ্থনৈতিক তত্ত্ব প্ৰচাৰ কৰে। তেওঁ কয় মূলধনীসকলৰ বিৰুদ্ধে গোটেই পৃথিবীৰ শ্ৰমিকসকলৰ স্বাৰ্থ একেই। গতিকে জাতীয়তাৰ ( Nationality ) সীমাৰ ভিতৰত শ্ৰমিকসকলক আবদ্ধ ৰখাৰ কোনো যুক্তি নাই। দ্বিতীয়তে মূলধনীসকলৰ তলৰ পৰা মুক্ত হবলৈ শ্ৰমিকসকলে ৰাজনৈতিক অধিকাৰ পাবৰ চেষ্টা কৰা নিতান্ত দৰ্কাৰ। আদাম স্মিথ, ৰিকাৰ্ডো প্ৰভৃতি অৰ্থ-নৈতিক পণ্ডিতসকলৰ সিদ্ধান্তকে ভিত্তি কৰি মাৰ্ক্‌ছে তেওঁৰ সূত্ৰবোৰ ৰচনা কৰিছে। আদাম স্মিথে প্ৰতিপন্ন কৰিছে যে শ্ৰমেইহে সৰ্ব্বপ্ৰকাৰ মূল্যৰ (value) নিৰ্দ্ধাৰণ কৰোতা। উৎপন্ন বস্তুমাত্ৰৰে মূল্য নিৰূপণ হয় শ্ৰমৰ দ্বাৰা। কি বস্তু কৰোঁতে কিমান শ্ৰমৰ দৰ্কাৰ হৈছে তাক স্থিৰ

কৰিহে উৎপন্ন বস্তুৰ মূল্যৰ তাৰতম্য নিৰূপিত হয়। মাৰ্ক্‌ছে এই বোৰ সিদ্ধান্তকে ভিত্তি কৰি অখণ্ডনীয় যুক্তি বলেৰে প্ৰতিপন্ন কৰিছে যে সম্পত্তিৰ (property) উদ্ভৱ চৌৰ্য্যৰ দ্বাৰায়হে সম্পাদিত"।

মাৰ্ক্‌ছে দুবিধ মূল্যৰ অস্তিত্ব প্ৰমাণ কৰিছে। এবিধ Valu in use অৰ্থাৎ ব্যৱহাৰিক মূল্য আৰু আনবিধ Valu in Exchange অৰ্থাৎ বিনিময়িক মূল্য। এই দুয়োবিধ মূল্যৰ সাধাৰণতে প্ৰায় বৈষম্য থাকে, কাচিৎহে সমান থকা দেখা যায়। ব্যৱহাৰিক মূল্য চাহিদাৰ (demand) পৰিমাণৰ ওপৰত নিৰ্ভৰ কৰে। যি বস্তুৰ প্ৰয়োজন নাই তাৰ চাহিদাও নাই গতিকে তাৰ কোনো মূল্যও নাই। দুটি বস্তুৰ পৰস্পৰ বিনিময়ৰ সময়ত প্ৰত্যেকটিৰ উৎপন্ন সমষ্টিৰ পৰিমাণ কিমান ই কথা নিৰ্দ্ধাৰণ কৰিহে বিনিময়িক মূল্য স্থিৰ হয়। ব্যৱহাৰিক মূল্যৰ দৃষ্টিত কেৱল মাথোন পৰিমাণ অনুপাতেহে সকলো উৎপন্ন বস্তু পৰস্পৰ বিনিময় যোগ্য।

বিনিময় উদ্দেশ্যত উৎপন্ন হোৱা বস্তু মাত্ৰেই শ্ৰমৰ ৰূপান্তৰিত মূৰ্ত্তি। মাৰ্ক্‌ছে মানসিক শ্ৰমকো কায়িক শ্ৰমৰ লগত একে শ্ৰেণীভুক্ত কৰিছে। তেওঁৰ মতে মানসিক শ্ৰম কায়িক শ্ৰমৰ মাত্ৰা-বৃদ্ধি

মাথোন। আৰু সেই দেখি শ্ৰমৰ দ্বাৰা উৎপন্ন বুলিলেই ব্যৱহাৰ্য্য বস্তুৰ মূল্য হয়। শ্ৰমৰ পৰিমাণ নিৰূপণ কৰিবলৈ এটি একক (unit) স্থিৰ কৰা উচিত। শ্ৰমৰ এককৰ নিৰূপণ কেৱল সময়ৰ দ্বাৰাহে কৰিব লাগিব। বস্তু উৎপাদন কৰোঁতে যিমান সময় লাগে তাৰ দাম সেই অনুপাতেহে ধাৰ্য্য কৰা হয়। যেনে—কোনো এটি বস্তু কৰোঁতে পাঁচ ঘণ্টা লাগে আৰু আন এটি কৰোঁতে দহ ঘণ্টা লাগে, আৰু যদি একেৰকমৰ শিল্প নিপুণতা ইত্যাদি দুয়োটা বস্তুতে বৰ্ত্তমান থাকে তেনেহলে দ্বিতীয় বস্তুটিৰ মূল্য প্ৰথমটিতকৈ দুগুণ বেচি হব।

মূলধনৰ উৎপত্তি সম্বন্ধে সাধাৰণতঃ অৰ্থনীতিক সকলৰ উক্তি এই যে, মানুহে দুঃখ-কষ্ট ভোগ কৰি, অভাৱ অনাটন সহ্য কৰি টকা জমাই মূলধন সৃষ্টি কৰে। কিন্তু কাৰ্ল্ মাৰ্ক্ছে অৰ্থনীতিক সকলৰ এই উক্তিক ভুল বুলি কয়। ব্যৱসায়ী সকলে অলপ দিনৰ ভিতৰতে টকা জমোৱা দেখি বহুতে ভাবে যে, বাণিজ্যই মূলধন সৃষ্টি কৰে। মাৰ্ক্ছৰ মতে ইও ভুল। আচলতে বাণিজ্য—মূল্যৰ বিনিময় মাথোন। ধৰা যাওক,—যদি যদুৱে দুটকা মূল্যৰ এখন ধুতি কাপোৰ হৰিৰ ঠাইত তিনি টকাত বেচে, তেনেহলে যদুৱে দেখাত এটকা লাভ পালে সঁচা,

কিন্তু ইপিনে হৰিৰ এটকা অথবা লোকচান হোৱাত সমাজ ( Community ) লাভৱান নহল। সমাজৰ সমষ্টিগত ধন যি আছিল সেয়ে থাকিল। নতুন লাভো নহল, নতুন মূলধনৰো সৃষ্টি নহল।

মাৰ্ক্‌ছে মূলধনৰ উৎপত্তিৰ বিষয় তলত দিয়া-দৰে বুজাইছে। ধৰা যাওক,—কোনো এজন মানুহে আৱশ্যকীয় টকা লৈ পণ্যৰ বজাৰত উপস্থিত হৈছে। প্ৰথমে তেওঁ আৱশ্যকীয় যন্ত্ৰাদি আৰু কেচা মাল ( Raw materials ) কিনিলে, কিন্তু সেই কেচামাল শিল্পজাত-বস্তুত পৰিণত কৰিবলৈ বাধ্য হৈ তেওঁ শ্ৰমিকৰ শ্ৰম শক্তি কিনিব লাগিব। অৰ্থাৎ কেচামালক শিল্পজাত-দ্ৰব্যত পৰিণত কৰি লাভ কৰিবলৈ খুজিলে শ্ৰমিকৰ সহায় লবই লাগিব। গতিকে শ্ৰম ভিন্ন কোনো 'মুনফা' হব নোৱাৰে। তেনেহলে দেখা গ'ল যে তেওঁ শ্ৰমিকৰ সাহাযোৰে কেচামালক শিল্পজাত বস্তুত পৰিণত কৰিলে আৰু উৎপাদন ব্যয়তকৈ বেচি মূল্যত বেচিলে। এনেকৈ সেই মানুহজনে খৰছৰ বাহিৰে যি অতিৰিক্ত ধন সংগ্ৰহ কৰিলে—ইয়াকেই অতিৰিক্ত মূল্য ( Surplus Value ) বোলে। অৰ্থাৎ সেই বস্তুৰ যদি উৎপাদন খৰছ পাঁচশ টকা হয় আৰু পণ্য বজাৰত যদি এহেজাৰ পায় তেনে-

হলে তেওঁ পাঁচশ অতিৰিক্ত মূল্য পালে। শ্ৰমিকৰ সহায়েৰে তেওঁ পাঁচশ টকাৰ ঠাইত আৰু পাঁচশ টকা বেচিকৈ পালে। এনেকৈয়ে মূলধনৰ জন্ম। তেনেহলে দেখা যায় যে শ্ৰমিকৰ শ্ৰমৰ পৰাহে মূলধনৰ সৃষ্টি। ধনবাদ আৰু শ্ৰমবাদ ( capitalism and industrialism ) লৈ আজি যি মহা আন্দোলনৰ সৃষ্টি—এই 'অতিৰিক্ত মূল্য' বিভাগ-নীতিয়েই তাৰ মূল। আচলতে কবলৈ হলে সকলো প্ৰকাৰ ধনেই শ্ৰমলব্ধ আৰু তাত শ্ৰমিকৰহে একমাত্ৰ অধিকাৰ। বৰ্ত্তমান ধনী আৰু তেওঁৰ পূৰ্ব্ব পুৰুষ সকলে শ্ৰমিকক যোল অনাই বঞ্চিত কৰি তেওঁ হৈছে মূলধনী।

মূলধনীয়ে তেওঁৰ লাভৰ বৃদ্ধিৰ বাবে নানা ফন্দি-ফিকিৰ পাতে। ইয়াৰ বাবে তেওঁ শ্ৰমিকৰ সংখ্যা বৃদ্ধি কৰে, খাটনিৰ নিৰ্দ্ধাৰিত সময় দীঘলীয়া কৰে আৰু আৱশ্যকীয় শ্ৰমৰ ( necessary labour ) কাল সংক্ষেপ কৰে। কাৰণ এই বিলাকৰ দ্বাৰায় তেওঁ "অতিৰিক্ত মূল্য" অসম্ভৱৰূপে বৃদ্ধি কৰিবলৈ সক্ষম হয়। শ্ৰমিকৰ সংখ্যা বৃদ্ধি কৰিলে মজুৰী কম হয়, খাটনিৰ নিৰ্দ্ধাৰিত সময় বৃদ্ধি কৰিলে একে মজুৰীতে বেচি সময় কাম কৰাব পাৰে আৰু আৱশ্যকীয় শ্ৰমৰ কাল সংক্ষেপ কৰাব

বাবে শ্ৰমিকৰ মজুৰী কমিবলৈ বাধ্য হয়। আৱশ্যকীয় শ্ৰমৰ কাল যদি ১০ ঘণ্টাৰ ঠাইত ৫ ঘণ্টা হয় তেনেহলে শ্ৰমিকৰ মজুৰী আধা কমিবলৈ বাধ্য হয় আৰু বাকী আধা মজুৰী মূল ধনীয়ে তেওঁৰ মূলধনত যোগ দিবলৈ সক্ষম হয়।

টকাৰ সূত, খাজানা ইত্যাদিও—বিয়েই নহ'ক 'অতিৰিক্ত মূল্য' একমাত্ৰ অবৈতনিক শ্ৰমৰ পৰিণামত বাহিৰে অইন একোই নহয়। মাৰ্ক্‌ছে কয় —এই মূলধনী প্ৰথাৰ (capitalist system) জন্ম ষোড়শ শতাব্দীত। ধনী মহাজন সকলে ব্যক্তিগতভাবে বা সঙ্ঘবদ্ধ হৈ যন্ত্ৰাদি কিনি শ্ৰমিকক ভাড়া কৰি পণ্য বস্তু উৎপাদন কৰি ব্যৱসায় কৰা প্ৰথাকেই "মূলধনী প্ৰথা" বোলে। সেই যুগত ডাঙৰ ডাঙৰ জমিদাৰ সকলে অলপীয়া মাটী থকা কৃষকসকলৰ মাটী আত্মসাৎ কৰাত তেওঁলোকে ভূমিশূন্য হৈ জীৱিকা সংস্থানৰ বাবে নগৰলৈ গৈ শ্ৰমৰ বিনিময়েৰে জীৱিকা নিৰ্ব্বাহ কৰিবলৈ বাধ্য হৈছিল। পাচত বজাৰত অইন বস্তুৰ দৰে শ্ৰমো পণ্যৰূপে ( Saleable commodity ) গৃহীত হোৱাত 'চাহিদা আৰু যোগাণ' নীতিৰ ( Law of demand and supply ) অধীন হৈ পৰিল। ক্ৰমে উন্নত কল-কাৰ-

খানাৰ যুগ অহাত হস্ত-চালিত যন্ত্ৰৰ ঠাইত বাষ্প চালিত যন্ত্ৰৰ ব্যৱহাৰ হল আৰু ইয়াৰ ফলত মুষ্টিমেয় মূলধনীয়ে অসংখ্য শ্ৰমিকক নিয়োগ কৰি বৃহৎ কাৰখানা চলাবলৈ ধৰিলে। সমাজৰ এক মুষ্টিমেয় শ্ৰেণীৰ হাতত অপৰিমিতৰূপে ঐশ্বৰ্য্য পুঞ্জীভূত হবলৈ ধৰিলে অথচ ইপিনে বিৰাট এক শ্ৰেণীৰ দাৰিদ্ৰ্য দাসত্ব আৰু নৈতিক অৱনতি ক্ৰমান্বয়ে বাঢ়িবলৈ ধৰিলে। সমাজৰ এই সৰ্ব্ব নিম্ন সংখ্যাগৰিষ্ঠ শ্ৰেণীটোৱেই মূলধনৰ সৃষ্টিকৰ্ত্তা হৈও আজি চিৰ-বঞ্চিত, নিঃস্ব আৰু মূলধনীৰ অৱজ্ঞাৰ পাত্ৰ।

অষ্টাদশ শতাব্দীৰ শেষলৈকে শ্ৰমজীৱি সকলৰ আত্ম-বোধ জন্মা নাছিল। সিহঁতে বুজা নাছিল যে সিহঁতৰেই শ্ৰমোৎপন্ন ধনত সিহঁতকে বঞ্চিত কৰি ধনীয়ে সিহঁতৰ প্ৰতি অত্যাচাৰ-অবিচাৰ কৰিছে। উনৈশ শতিকাৰ প্ৰাৰম্ভৰ পৰা শ্ৰমিকৰ চেতনা জাগৃত হবলৈ ধৰে। মানৱ-সমাজত সি কোন, কি কৰে, আৰু কি কৰিব পাৰে তাক বুজিবলৈ আৰম্ভ কৰে আৰু সি বঢ়িয়াকৈ বুজিছিল ধনীৰ লগত তাৰ সম্পৰ্কতো কি? মাৰ্ক্‌চ, লাচেল প্ৰভৃতি অৰ্থশাস্ত্ৰবিদ্ পণ্ডিত সকলে শ্ৰমজীৱিৰ এই চৈতন্য জগাইছে। শ্ৰমিকে সেই দেখি আজি মাৰ্ক্‌চক দেৱতাৰ নিচিনা পূজা কৰে। শ্ৰমজীৱিয়ে আজি বুজিছে আৰু

আনকো বুজাবৰ চেষ্টা কৰিছে যে, সংসাৰৰ সকলোৰ কামত, শ্ৰমোৎপন্ন ধনত আৰু আনন্দত আনৰ সমানেই সিঁহতৰো অধিকাৰ আছে। এই জন্মতঃ পোৱা অধিকাৰৰ পৰা আৰু কোনেও সিঁহতক বঞ্চিত কৰি ৰাখিব নোৱাৰিব। এই বাবে ৰাষ্ট্ৰীয় সকলো কামতে মতামত দিবলৈ সিঁহতে আজি অধিকাৰৰ দাবী কৰে আৰু সিঁহতৰ মতামত যাতে গ্ৰাহ্য হয় তাৰ বাবে সংগঠন কৰিব খোজে। বৰ্ত্তমানে পৃথিবীৰ সকলো সভ্য দেশতে যদিও নামতঃ প্ৰজা প্ৰতিনিধি সকলে ৰাষ্ট্ৰীয় বিধি-ব্যৱস্থা প্ৰণয়ন কৰে কিন্তু আচলতে ধনী বণিক সম্প্ৰদায়েহে সৰ্ব্বেসৰ্ব্বা। গতিকে এতিয়া শ্ৰমজীৱি সকলৰ প্ৰধান চেষ্টা হৈছে —যাতে ৰাষ্ট্ৰীয় পৰিষদ ইত্যাদিলৈ সিঁহতৰ প্ৰতিনিধি অধিক পৰিমাণে যায়। দৰিদ্ৰ শ্ৰমজীৱিয়ে আজি কৈছে যে, যি নিজে শ্ৰমজীৱি নহয়, তেওঁ শ্ৰমজীৱিৰ প্ৰতিনিধিত্ব কৰিবলৈ যোগ্য নহয়। সেই দেখিয়েই সাৰ্ব্বদেশিক শ্ৰমজীৱিয়ে আজি একে কথাকে কৈছে —"সকল দেশৰ দৰিদ্ৰ শ্ৰমজীৱি সকল, সঙ্ঘবদ্ধ হোৱা।" ( Proletarians of all lands, unite ) ইয়াৰ ফলত "আন্তৰ্জ্জাতিক শ্ৰমজীৱি সঙ্ঘ" ( International Working Association বা সাধাৰণতঃ The International) স্থাপিত হৈছে।

কাৰ্ল মাৰ্ক্‌ছৰ তত্ত্ববিলাকক (Theories) সৰ্ব্ব সাধাৰণৰ আগত সুলেখক ফাৰ্ডিনেণ্ড্‌ লাছেলেহে সৰল আৰু প্ৰাঞ্জল ভাষাৰে প্ৰচাৰ কৰিছিল। যদিও লাছেলে নিজে একো নতুন লেখা নাছিল কেৱল প্ৰুধন, বাৰ্টাছ আৰু মাৰ্ক্‌ছৰ ভাৱ বিলাককহে নতুন ধৰণে লেখি প্ৰচাৰ কৰিছিল তথাপিতো তেওঁৰ লেখাৰ ক্ষমতাৰ বাবে তেওঁৰ শিষ্য সকলে তেওঁক সম-স্বত্ববাদৰ ঋষিৰ নিচিনা শ্ৰদ্ধা কৰিছিল। যদি লাছেলে তেওঁৰ অসামান্য লেখনিৰে নেলেখিলে হেতেন তেনেহলে সমস্বত্ব-বাদৰ তত্ত্ববিলাক কিতা-পতেই দুৰ্ব্বোধ্য হৈ থাকিল হেতেন।



# লাছেল্।

কার্ল মার্ক্‌ছৰ অন্যতম প্ৰধান সহযোগী আছিল —লাছেল। ১৮৬২ খৃষ্টাব্দত তেওঁৰ সমাজ-সংস্কাৰ কাৰ্য্য আৰম্ভ হয়। সেই সময়ৰ জাৰ্ম্মাণীৰ প্ৰধান মন্ত্ৰী বিছ্‌মাৰ্ক। জাৰ্ম্মাণীৰ সেনা বাহিনীৰ পুনৰ্গঠন আৰু সামৰিক বিভাগৰ খৰছৰ বাবে তেতিয়াৰ জাৰ্ম্মাণীৰ উদাৰ মতাৱলম্বী সকলৰ লগত তেওঁৰ (বিছ্‌মাৰ্কৰ) প্ৰবল বিৰোধ হয়। সেই সময়তে লাছেলে কৈছিল যে শাসন-বিধান মানে এটা ৰাষ্ট্ৰীয় তত্ত্বকথা বা বিধিনিষেধ সমন্বিত নিৰ্ব্বন্ধ-পত্ৰ বিশেষ নহয়। যি সকল শক্তিৰ সমবায়ত ৰাষ্ট্ৰীয় কাৰ্য্য পৰিচালিত হয় তাৰ ভিতৰত যিটোৱেই প্ৰবলতম —তাৰ প্ৰয়োগৰূপেই তেতিয়াৰ শাসন বিধান। ৰজা, অভিজাত সকল, মধ্যবিত্ত, কৃষক আৰু শ্ৰমিক —এই সকলৰ সমবায়েই ৰাষ্ট্ৰীয় শক্তি। ইয়াৰ ভিতৰত ৰজাই প্ৰবলতম যেহেতু সৈন্যবল ৰজাৰ অধীনত। জাৰ্ম্মাণীৰ শাসন কাৰ্য্যৰ মূলতেই এই সৈন্যবল। গতিকে বলহীন প্ৰজাৰ প্ৰতিবাদ ৰজাৰ ওচৰত নিষ্ফল। কিন্তু সেই বুলি তেওঁৰ মত আছিল —ব্যৱস্থাপক সভাত জনসাধাৰণৰ প্ৰতিনিধিৰূপে

প্ৰৱেশ কৰি তাত দেশৰ প্ৰকৃত অৱস্থা, অভাৱ অভিযোগ ইত্যাদি প্ৰকাশ কৰি কৈ সদস্যপদ ত্যাগ কৰি অহা উচিত; যেহেতুকে ব্যৱস্থাপক সভাত প্ৰজা প্ৰতিনিধি সকলৰ কথা গ্ৰাহ্য হবৰ কোনো সম্ভৱনা নাই। সেই সময়ত তেওঁ "Might is Right" অৰ্থাৎ 'জোৰ যাৰ মুলুক তাৰ' নামে এখন কিতাপ লেখে। তাত তেওঁ দেখুৱাইছে যে, সকলো বিষয়তে প্ৰজাৰ আছে 'ন্যায্য অধিকাৰ' ( right ) আৰু ৰজাৰ আছে 'জোৰ' ( might. ) কিন্তু ভৱিষ্যতে ন্যায্য অধিকাৰ আৰু জোৰ উভয়েই হব জনসাধাৰণৰ।

লাছেলৰ কাৰ্য্যকলাপত জাৰ্ম্মাণ কৰ্তৃপক্ষই অভি-যোগ আনি তেওঁৰ প্ৰতি কাৰাদণ্ডৰ হুকুম দিছিলে কিন্তু পাচত আপিলত কাৰাদণ্ডৰ পৰিবৰ্ত্তে জৰিমানা কৰিলে।

ইয়াৰ পাচত শ্ৰমজীৱিসকলে এখন সভা পাতি-বৰ ইচ্ছা কৰি লাছেলৰ পৰামৰ্শ খোজে। তাৰ উত্তৰত লাছেলে এখন চিঠি দিয়ে যাক—Charter of German Socialism বোলে। দেলিছৰ (Delitchz) প্ৰচাৰিত স্বাৱলম্বন বাদৰ দ্বাৰায় যে শ্ৰমজীৱিসকলৰ কোনো উন্নতি নহয় তাত তেওঁ তাক ভালদৰে বুজাই দিয়ে। তেওঁ কয় যে যেতিয়ালৈকে

শ্ৰমজীৱিসকলৰ পাৰিশ্ৰমিক সম্বন্ধীয় বৰ্ত্তমান মজুৰীৰ "দৃঢ় নিয়ম" ( Iron law of wages ) প্ৰচলিত থাকিব তেতিয়ালৈকে সিহঁতৰ অৱস্থাৰ উন্নতি অসম্ভৱ। ইয়াৰ প্ৰতিকাৰৰ একমাত্ৰ উপায় সমানাধিকাৰ শাসনপ্ৰণালীৰ প্ৰতিষ্ঠা। "মজুৰীৰ দৃঢ় নিয়ম" হৈছে এই :—বৰ্ত্তমান সমাজত "চাহিদা আৰু যোগান" নীতিৰ প্ৰভাৱত শ্ৰমিকৰ মজুৰীৰ হাৰ তাৰ ভৰণ-পোষণৰ বাবে নিতান্ত যি পৰিমাণ মাথোন আৱশ্যক কেৱল সেই পৰিমাণহে ধাৰ্য্য হবলৈ বাধ্য। মজুৰীৰ হাৰ লাগে যিমানেই উঠা-নামা ( fluctuation ) নহ'ক এই পৰিমানৰ বেচি অথবা কম হৈ বেচিদিন স্থায়ী হৈ থাকিব নোৱাৰে। ইয়াৰ বেচি হলে শ্ৰমিকৰ সংখ্যা বৃদ্ধি হয় আৰু প্ৰতিযোগীতাৰ ফলত অলপ দিনৰ ভিতৰতে মজুৰীৰ হাৰ কমিবলৈ বাধ্য হয়। ইয়াতকৈ কম হলে দুৰ্ভিক্ষ্য আদি হয় আৰু বাধ্য হৈ অনেক শ্ৰমিক অইন ঠাইলৈ গুচি যায়, গতিকে শ্ৰমিকৰ সংখ্যা কম হৈ পৰে। কাজেই চাহিদাতকৈ যোগান কম হৈ যায় আৰু ফলত ধনী মহাজন সকলৰ ভিতৰত প্ৰতিযোগীতা হৈ শ্ৰমিকৰ মজুৰীৰ হাৰো উঠা-নমা হয়, কিন্তু এই "মজুৰীৰ দৃঢ় নিয়মৰ" বাবে শ্ৰমিকৰ মজুৰীৰ হাৰ সদায় কেৱল তাৰ কায়ক্লেশে জীৱন ধাৰণোপযোগী

মাত্ৰ স্থিৰ হ'বলৈ বাধ্য হয়। গতিকে "মজুৰীৰ দৃঢ় নিয়ম" প্ৰভাৱ যেতিয়ালৈকে থাকিব তেতিয়ালৈকে শ্ৰমিকে কোনো মতে কায়ক্লেশে জীৱন ধাৰণ কৰি কেৱল মহাজন সকলৰহে ধন বৃদ্ধি কৰি থাকিবলৈ বাধ্য হ'ব।

শ্ৰমিকৰ মজুৰী কমিলেই মূলধনীৰ লাভৰ পৰিমাণ বেচি হয়। বহুতে কয় যে, ধনীয়ে যি লাভ কৰে সিও তেওঁৰ পাৰিশ্ৰমিকৰ বাহিৰে আন একো নহয়। কাৰণ তেওঁৰ কাৰবাৰ চলোৱা শক্তিৰ নিপুণতা আৰু সদায় লোকচানৰ ভয় ইত্যাদিৰ বাবে তেওঁ অলপ বেচি পাৰিশ্ৰমিক নিয়ে এই মাত্ৰ তফাৎ। কিন্তু আচলতে ই কথা কেতিয়াও নহয়, কাৰণ অংশীদাৰসকলে কোনোদিন হয়তো চকুৰে কাৰখানা নেদেখিয়েই ঘৰতে নাকত তেল দি শুই শুই থাকি যি লাভৰ অংশ ভোগ কৰে—সি কোন শ্ৰমৰ বা যত্নৰ পুৰস্কাৰ?

লাছেলৰ ৰাষ্ট্ৰতত্ত্বৰ (Theory of state) নীতি হৈছে এই যে, চৌকীদাৰী ধৰ্ম্ম—আচল ৰাজধৰ্ম্ম নহয়। অৰ্থাৎ তেওঁৰ মত—মানুহে যে অনবৰত দুঃখৰ লগত, দাৰিদ্ৰ্যৰ লগত, দুৰ্ব্বলতাৰ লগত, আৰু পৰাধীনতাৰ লগত যুঁজ কৰি থাকিব লাগে—এই বিলাক যুঁজত মানুহক সহায় কৰি

মানুহৰ উন্নতিৰ পথ নির্ব্বিঘ্ন কৰি দিয়াইছে প্রকৃত ৰাজধর্ম্ম। ৰাজধৰ্ম্মই মানুহৰ দুর্ব্বলতা দূৰ কৰাই আত্মলাভ কৰিবলৈ পূর্ণ মনুষ্যত্ব লাভ কৰিবলৈ সহায় কৰিব লাগে। প্রজাৰ সুখ, দুঃখ, সমৃদ্ধি আদিৰ উপায় কৰি দিয়া ৰাষ্ট্রশক্তিৰ কর্ত্তব্য। শ্রমিকসকলক ৰাজশক্তিয়ে অর্থ সহায় কৰি কল-কাৰখানা আদি কিনি দি শ্রমিকৰ ওপৰত ধনী আৰু শ্রমিক উভয়ৰে ভাৰ দি শ্রমিকৰ অৱস্থা উন্নত কৰা কার্য্যত সহায় কৰা নিতান্ত উচিত। শ্রমিকৰ ব্যৱহাৰৰ বাবেহে ধন-সম্পত্তি সঞ্চিত হোৱা উচিত। মানুহে কর্ম্মৰ সাহায্যৰ বাবেহে ধন সৃষ্টি কৰে আৰু এই ধন শ্রমিকে তাৰ শ্রমৰ দ্বাৰায় সৃষ্টি কৰে। গতিকে অকল শ্রমিকেহে তাৰ শ্রমোৎপন্ন সকলোধনৰ অধিকাৰী! শ্রমিকৰ এই অধিকাৰ স্বীকাৰ কৰিলে সমাজত আৰু দুঃখ, দৈন্য, অসাম্য নাথাকে।

সম্পত্তি সম্বন্ধে লাছেলৰ মত :—বর্ত্তমান কালত উত্তৰাধিকাৰী সূত্রে পোৱা মাটী-বাৰী, বা মূলধনৰ পৰা বিনাশ্রমে উপস্বত্ব ভোগ কৰাৰ নামেই— সম্পত্তি। ই মানুহে কৰা নিয়মৰ বলতহে হৈছে ; স্বাভাৱিক নিয়ম অনুযায়ী সম্পত্তিৰ মূল—শ্রমত্ত বাহিৰে অইন একোৱেই নহয়।

# প্ৰুধোন।

পেৰিচৰ সেই সময়ত যিসকল সম-স্বত্ববাদী লগ লাগিছিল তাৰ ভিতৰত প্ৰুধোনো এজন আছিল। তাত তেওঁ অতি সামান্য ভাবে জীৱন যাপন কৰিছিল। ১৮৪০ খৃষ্টাব্দত তেওঁ Quest-ced que la propriete অৰ্থাৎ "সম্পত্তি কি?" নামে এখন কিতাপ লেখে। তাত তেওঁ কৈছে যে সম্পত্তি মানে চুৰি ( Property is theft )। কাৰণ অন্যৰ শ্ৰমলব্ধ ধন আত্মসাৎ কৰি যাৰ সৃষ্টি আৰু পুষ্টি— সেই বস্তু অপহৃত ধনত বাহিৰে একো হব নোৱাৰে। এই কথাটি সমৰ্থন কৰিবলৈ তেওঁ বহুতো যুক্তিমূলক বৃত্তান্ত দিয়ে। ইয়াৰ পাচতো তেওঁ এই বিষয় কেবাখনো কিতাপ লেখে। তেওঁৰ উদ্দীপনাপূৰ্ণ ভাষাৰ বাবে তেওঁ কৰ্তৃপক্ষৰ বিষদৃষ্টিত পৰি তিনি বছৰ কাৰাদণ্ড ভোগ কৰে। কাৰাদণ্ড ভোগ কৰি উঠি তেওঁ পেৰিচৰ পৰা ব্ৰুছেলছলৈ যায়। তেওঁৰ মতে স্বাধীনতা, সাম্য, আৰু ন্যায়ৰ ওপৰত প্ৰতিষ্ঠিত কৰি মানুহৰ প্ৰবৃত্তি আৰু প্ৰকৃতিৰ লগত সামঞ্জস্য ৰাখি সমাজ স্থাপিত হোৱা উচিত। তেওঁ কৈছিল যে, মানুহৰ ওপৰত শাসন

থাকিলেই অত্যাচাৰ হব। প্ৰকৃত শান্তি হব পাৰে তেতিয়া—যেতিয়া অৰাজকতাই শান্তিময়ী সুশৃঙ্খলতাৰ লগত সংযোগ হব। দাসত্বই মানৱাত্মাৰ যি সত্য, যি সুন্দৰ, যি মঙ্গল—এই সকলোকে নাশ কৰে দেখি—ই নৰহত্যাৰ তুল্য।

---

## আন্তৰ্জ্জাতিক সঙ্ঘ।

সাম্য, মৈত্ৰী আৰু স্বাধীনতাৰ যি আদৰ্শলৈ ফৰাচী বিপ্লৱৰ সূচনা হৈছিল—যদিও সেই বিপ্লৱে এই আদৰ্শ লাভ কৰিব নোৱাৰিলে তথাপিতো ইয়াৰ অন্তৰ্নিহিত অমৰ জীৱনী শক্তিৰ ধ্বংস নহল। ফ্ৰান্সৰ ৰাজতন্ত্ৰৰ অৱসানৰ লগে লগেই সমস্বত্ববাদৰ পুনৰ আবিৰ্ভাৱ হয় আৰু নানা দেশলৈ বিস্তৃতি লাভ কৰে। সকলো দেশতে ধনীৰ হাতত শ্ৰমিকে একে অপমানকে পাবলৈ ধৰিলে। গতিকে ভিন্ ভিন্ দেশৰ শ্ৰমজীৱিসকলে সকলো দেশৰ ধনীসকলৰ বিৰুদ্ধে সমবেত হৈ অপহৃত স্বত্বক পুনৰুদ্ধাৰ কৰিবলৈ সম্মিলিত চেষ্টা আৰম্ভ কৰিলে।

১৮৩৬ খৃষ্টাব্দত কেজনমান দেশৰ পৰা নিৰ্ব্বাসিত হোৱা জাৰ্ম্মানে পেৰিচত League of the Just বা "ন্যায়ৰ সঙ্ঘ" নামে এটি সমিতি স্থাপন কৰে। এওঁলোক সকলোৱেই সম-স্বত্ববাদী আছিল। ১৮৩৯ খ্ৰীষ্টাব্দৰ বিদ্ৰোহত এওঁলোকে সংশ্লিষ্ট থকা বুলি পেৰিচৰ পৰা কৰ্ত্তৃপক্ষই খেদাই দিয়ে আৰু তেতিয়া তাৰ পৰা গৈ লণ্ডনত আশ্ৰয় লয় আৰু তাত বহুতো সম-মতাৱলম্বীক লগ পায়।

এই দলৰ মত—"আৰ্থিক অৱস্থাই সমাজৰ ভিত্তি। এই ভিত্তি সুদৃঢ় কৰিব নোৱাৰিলে কোনো সমাজ সুগঠিত হব নোৱাৰে। গতিকে সকলো সমাজ সংস্কাৰৰ মূল উদ্দেশ্য হোৱা উচিত—জনসাধাৰণৰ আৰ্থিক অৱস্থাৰ উন্নতি কৰা। ১৮৪৭ খ্ৰীষ্টাব্দত লণ্ডনত এই সমিতিৰ এখন অধিবেশন হয় আৰু তাত নানা দেশৰ শ্ৰমিকে যোগ দিয়ে। এই সভাত League of Just বা 'ন্যায়ৰ সঙ্ঘ' নাম সলাই Communist League বা "সমস্বত্ববাদীৰ সঙ্ঘ" নাম দিয়া হয়। এই সঙ্ঘৰ উদ্দেশ্য—* ধনী-সম্প্ৰদায়ৰ নিপাত, জনসাধাৰণৰ দ্বাৰায় শাসনকাৰ্য্য

* The overthrow of the bourgeoisie ; the rule of the proletariat, the abolition of old society resting on class antagonism and founding of a new society without classes and without private pro. perty. (History of Socialism—by Kircupp).

পৰিচালন, শ্ৰেণীবিভাগমূলক সমাজৰ অস্তিত্বলোপ, ব্যক্তিগত সম্পত্তি বৰ্জ্জিত এক নতুন সমাজৰ প্ৰতিষ্ঠা। এই উদ্দেশ্য প্ৰচাৰ কৰিবলৈ সমিতিয়ে মাৰ্কছ্ আৰু এংগেলছ্‌ক এখন ইস্তাহাৰ (manifesto) লেখি দিবলৈ অনুৰোধ কৰে। এই ইস্তাহাৰৰ সাৰ মৰ্ম্ম এই:—ধনী আৰু শ্ৰমিক-কৃষকৰ বিৰোধ বুৰঞ্জীমূলক। অপহাৰক আৰু অপহাৰিত, শাসক আৰু শাসিতৰ ভিতৰত বিৰোধ বিষয় লৈ বিবাদ—তাৰে বৰ্ণনাই বুৰঞ্জী। এই বিবাদ বৰ্ত্তমানে এনে এক অৱস্থাত আহি উপনীত হৈছে যে, হৃতসৰ্ব্বস্ব, অত্যাচাৰিত দীন জনসাধাৰণে ইয়াৰ পৰা মুক্তি লাভ কৰাৰ একমাত্ৰ উপায়—অত্যাচাৰী অপহাৰক শ্ৰেণীৰ অস্তিত্ব লোপ কৰা। ১৮৪৮ খৃষ্টাব্দত এই ইস্তাহাৰ লেখা হয় আৰু ইয়াৰ অনুবাদ সকলো ভাষালৈ কৰি ভিন্ ভিন্ দেশলৈ পঠোৱা হয়।

১৮৬২ খৃষ্টাব্দত লণ্ডনত সকলো দেশৰ সম্মিলিত শ্ৰমিকৰ এখন আন্তৰ্জ্জাতিক প্ৰদৰ্শনী হয়। সকলো দেশৰ শ্ৰমিকৰ স্বাৰ্থ যে এক আৰু সকলোৱে যে একমন একপ্ৰাণ হৈ কাম কৰা উচিত—এই সম্মিলনীত ই গৃহীত হয়। এই সভাত আন্তৰ্জ্জাতিক বাণিজ্য সংক্ৰান্ত সমস্যা লৈ পৰস্পৰৰ ভাৱৰ আদান-

প্ৰদানৰ বাবে দেশে দেশে শ্ৰমিক সমিতি স্থাপন কৰা থিৰ হয়। এয়েই আন্তৰ্জাতিক সমিতিৰ অঙ্কুৰ।

ইয়াৰ ফলত ১৮৬৪ চনৰ ২৮ চেপ্তেম্বৰ দিনা লণ্ডনৰ ছেণ্ট্ মাৰ্টিন হলত সকলো দেশৰ শ্ৰমিকৰ এখন বিৰাট সভা হয়। সভাপতি আছিল অধ্যাপক ব্ৰাছ্লি। এই সভাত কাৰ্ল মাৰ্ক্ছো উপস্থিত আছিল। এই সভাত ৫০ জন সভ্যৰ এটি অস্থায়ী কাৰ্য্যকৰী কমিতি গঠিত হয়। মহা সমিতিৰ নিয়মাৱলী ৰচনাৰ ভাৰো এই কমিতিৰ ওপৰত দিয়া হয়। এই কমিতিয়ে প্ৰকাশ্যে কাৰ্য্য আৰম্ভ কৰিলে, গুপ্ত কাৰ্য্য প্ৰণালী এওঁলোকে পছন্দ নকৰিলে। এই কমিতিয়ে নিয়মাৱলী প্ৰণয়ন কৰাৰ ভাৰ প্ৰথমে মেৎচিনীক (Mazzini) দিয়ে কিন্তু মেৎচিনীয়ে কৰা নিয়মাৱলীখন কমিতিৰ মনোনীত নহল। এই উপলক্ষেই মেৎচিনীৰ লগত মাৰ্কছৰ মতদ্বৈধ হয়। আজীৱন ষড়যন্ত্ৰসেৱী মেৎচিনীয়ে গুপ্ত সমিতিৰ কাৰ্য্য-প্ৰণালীৰ পক্ষপাতী। তেওঁ প্ৰস্তাৱ কৰিছিল যে, কেন্দ্ৰীয় সঙ্ঘৰ অধীনত আৰু ইয়াৰ নিৰ্দ্দেশ অনুযায়ী বিভিন্ন দেশৰ শ্ৰমিক সঙ্ঘবোৰে কাম কৰিব। সিবিলাকৰ স্বাতন্ত্ৰ্য বাঞ্ছনীয় নহয়, কাৰণ তেনেহলে বিশৃঙ্খলা হবৰ

সম্ভাৱনা। তেওঁৰ এই প্ৰস্তাৱৰ বিৰুদ্ধে মাৰ্কছে কৈছিল যে, এনে ব্যৱস্থাৰ দ্বাৰায় কোনো এটি বিদ্ৰোহ সফল হয় পাৰে সঁচা, কিন্তু বিশ্বব্যাপী কোনো মহা অনুষ্ঠান ইয়াৰ দ্বাৰায় হব নোৱাৰে। এই কামত সফলতা লাভ কৰিবৰ হলে প্ৰত্যেক সঙ্ঘৰ স্বাতন্ত্ৰ্য ৰক্ষা কৰি কাৰ্য্য চলাব লাগিব। গোটেই বিশ্বৰ বেলেগ বেলেগ আচাৰ ব্যৱহাৰ ধাৰণা আৰু অভাৱাদি একে নিয়মে চলাবলৈ চেষ্টা কৰিলে—উদ্দেশ্য ব্যৰ্থ হবলৈ বাধ্য হব। মাৰ্কছে সভাত প্ৰতিপন্ন কৰিলে যে, যদিও আকস্মিক জন-গণৰ অভ্যুত্থানৰ দ্বাৰায় সশস্ত্ৰ বিদ্ৰোহ কৰি কোনো ৰাজবংশ ধ্বংস কৰি তাৰ ঠাইত গণতন্ত্ৰ প্ৰতিষ্ঠান কৰিব পৰা যায় কিন্তু সেই বুলি তাৰ দ্বাৰায় সম্পত্তি অধিকাৰৰ প্ৰথাৰ পৰিবৰ্ত্তন, শ্ৰমিকসকলৰ প্ৰতিষ্ঠান গঠন, অথবা সমাজত নতুন নিয়মে সম্পত্তি ভগাই দিয়াৰ প্ৰথা প্ৰচলন কৰাৰ চেষ্টা নিষ্ফল। সভাত সকলোৱে মাৰ্কছৰ যুক্তি সমৰ্থন কৰিলে। গতিকে মাৰ্কছে নিয়মাৱলী ৰচনা কৰি দিলে আৰু তেওঁ কৰি দিয়া নিয়মাৱলী সভাত গৃহীত হল। কমিতিৰ খৰছৰ বাবে এটি ধনভঁড়ালো খোলা হয় আৰু তিনি পাউণ্ড চাঁদা সভাস্থলতে সংগ্ৰহ হয়। এনেকৈয়ে আন্তৰ্জ্জাতিক শ্ৰমজীৱিসঙ্ঘ ( The Inter-

national Association of Working men )
প্ৰতিষ্ঠিত হয়। সভাই ঘোষণা কৰিলে যে তেওঁ-
লোকৰ সকলো সদস্যয়ে জাতিধৰ্ম্ম বৰ্ণনিৰ্ব্বিশেষে
পৰস্পৰৰ প্ৰতি আচৰণত সত্য, ন্যায় আৰু সুনীতি
অনুসাৰে কাম কৰিব লাগিব। মানুহৰ স্বাধিকাৰ
ভিন্ন কোনো কৰ্ত্তব্য নাই, কৰ্ত্তব্যৰ বাহিৰে কোনো
স্বাধিকাৰ নাই। (১) মেৎচিনীয়ে নিজৰ মত ত্যাগ
কৰিব নোৱাৰি আৰু তেওঁৰ মতকেই ঠিক বুলি
ভাবি তেওঁ সদলবলে সভা ত্যাগ কৰি গুচি গল।
কিন্তু কিছু দিনৰ পাচত সভাই মাৰ্কছকো স্বেচ্ছা-
চাৰী-বুলি বাদ দিয়ে।

১৮৬৬ চনৰ চেপ্তেম্বৰত জুলেয়েৰ সভাপতিত্বত
জেনেভা নগৰীত আন্তৰ্জ্জাতিক সমিতিৰ প্ৰথম
অধিবেশন হয়। তাত মাত্ৰ ৬০ জন প্ৰতিনিধি
উপস্থিত আছিল। এই সভাত জেনেৰেল কাউন্সলে
কৰা নিয়মাৱলী সৰ্ব্বসম্মতিক্ৰমে গৃহীত হয়। এই

(1) "That all societies and individuals who adhere to it (the Internationai Association of Working men) recognise truth, justice and morality as the rule of their conduct towords one another and to all men without distinction of colour, faith or nationality. No duties without rights; no rights without duties." (History of socialism by Kircupp).

নিয়মাৱলী এনেভাবে প্ৰণয়ন কৰা হৈছিল যে কোনো গৱৰ্ণমেণ্ট যেন শক্তিত হৈ আইনৰ দ্বাৰায় ইয়াক ধ্বংস কৰিব নোৱাৰে। এই নিয়মাৱলীৰ প্ৰথম উদ্দেশ্য আছিল যে সকলো দেশৰ শ্ৰমিক-সকলে সঙ্ঘবদ্ধ হৈ কাম কৰি উন্নতি আৰু স্বাধীনতাৰ অৰ্জ্জনৰ উদ্দেশ্যে পৰস্পৰৰ ভিতৰত ভাৱৰ বিনিময়, সংবাদ আদি আদান প্ৰদান কৰি সহযোগত কাম কৰিবৰ মানসেই এই সমিতি প্ৰতিষ্ঠিত হয়। সমিতিৰ অন্তৰ্ভুক্ত সঙ্ঘবিলাকে আৰু সভ্যসকলে নীতিৰ মৰ্য্যাদা ৰক্ষা কৰিবলৈ বাধ্য।

আন্তৰ্জ্জাতিকৰ গঠন প্ৰণালী বৰ সুন্দৰ আৰু বিশেষ চিন্তাশীলতাৰ পৰিচায়ক। সবাতকৈ তলত 'Commune' বা খেল, ইয়াৰ ওপৰত কেবাটাও খেল লগলাগি Province বা প্ৰদেশ। একদেশৰ সকলো প্ৰদেশবোৰৰ সমষ্টিয়েই Nation বা জাতি আৰু বিশ্বৰ সকলো জাতিবোৰৰ সমষ্টিয়েই Humanity বা মানৱতা। Commune বা খেল—এই নিয়মে গঠিত হয় যে, গাওঁৰ সকলো ভূসম্পত্তিৰ ওপৰত কেৱল সেই গাওঁৰ কৃষক সকলৰ হে অধিকাৰ। কৃষকে গৃহস্থৰ কৰ্ম্মক্ষম পৰিজন সংখ্যাৰ অনুপাতে মাটী চহাই শস্য উৎপন্ন কৰে

আৰু সকলোৱে উৎপন্ন শস্য এঠাইত সংগ্ৰহ কৰি তাৰ পৰা প্ৰত্যেক গৃহস্থকে পৰিয়ালৰ প্ৰয়োজন অনুসাৰে ভাগ কৰি দিয়ে। এই আদৰ্শেৰে সকলো শ্ৰমিক সম্প্ৰদায়ৰ ভিতৰত 'কমিউন' বা খেল গঠন কৰাৰ ব্যৱস্থা আন্তৰ্জ্জাতিক সমিতিয়ে কৰে।

যদিও ১৮৬২ চনতে আন্তৰ্জ্জাতিক সমিতিৰ অঙ্কুৰ গজে কিন্তু ইয়াৰ আচল শক্তিৰ পৰিচয় হয় ১৮৬৭ খৃষ্টাব্দৰ পৰা। ১৮৬৭ খৃষ্টাব্দত ফ্ৰান্সৰ ৰোঞ্জেৰ শ্ৰমিক সকলে ধৰ্ম্মঘট কৰাত তাৰ কল-কাৰখানা সকলো বন্ধ হয় আৰু এই ধৰ্ম্ম ঘটত প্ৰায় পাঁচ হেজাৰ শ্ৰমিক কৰ্ম্মশূন্য হৈ যেতিয়া লণ্ডনৰ আন্তৰ্জ্জাতিক সমিতিৰ জেনেৰেল কাউন্সিলৰ ওচৰত সহায় খুজিলে তেতিয়া ৰোঞ্জেৰ কাৰখানাৰ মালিক সকলে ভয়তে পৰাজয় স্বীকাৰ কৰিলে। এই কথা দেশত ৰাষ্ট্ৰ হৈ পৰাত দলে দলে লোক আহি আন্তৰ্জ্জাতিকৰ সভ্য হবলৈ ধৰিলে। এই সময়তেই ইংলণ্ডৰো বহু Trade unions বা ব্যৱসায়ী সঙ্ঘৰে আন্তৰ্জ্জাতিক সমিতিৰ উদ্দেশ্য বুজি পাই ইয়াৰ লগত ভৰ্ত্তি হল। এই সময়ৰ পৰা বহু সম-স্বত্ববাদী কাকতে আন্তৰ্জ্জাতিক সমিতিৰ উদ্দেশ্য প্ৰচাৰ কৰিবলৈ ধৰিলে।

এই ১৮৬৭ চনতেই লুছান নগৰত ইয়াৰ দ্বিতীয়

অধিবেশন হয়। এই অধিবেশনত সকলো দেশৰ খবৰ বাতৰি আদি আদান-প্ৰদানৰ উপায় বিলাক আৰু সকলো দেশৰ ৰেলপথবোৰ কোম্পানীৰ হাতৰ পৰা স্থানীয় গৱৰ্ণমেণ্ট বিলাকক লবলৈ অনুৰোধ কৰি এটি প্ৰস্তাৱ গৃহীত হয়। বৃহৎ বৃহৎ যৌথ কাৰবাৰৰ একচেটীয়া ব্যৱসায় ধ্বংস কৰি শ্ৰমিক সকলক স্বেচ্ছাচাৰী প্ৰভু সকলৰ অন্যায় অত্যাচাৰৰ পৰা উদ্ধাৰ কৰাই এই সমিতিৰ প্ৰধান উদ্দেশ্য বুলি —এই সভাত গৃহীত হয়। এই সভাত এটি প্ৰশ্ন উঠিছিল যে আন্তৰ্জাতিক সমিতি কেৱল অৰ্থনীতি-তেই আবদ্ধ থাকিব নে ৰাজনীতি সংস্কাৰৰ বাবেও চেষ্টা কৰিব? অনেক আলোচনাৰ পাচত স্থিৰ হয় যে অৰ্থনৈতিক আৰু ৰাজনৈতিক মুক্তি অঙ্গাঙ্গীভাৱে জড়িত। এটি নহলে আনটি নহয়।

ফ্ৰেঞ্চ গৱৰ্ণমেণ্টে আন্তৰ্জাতিক সমিতিৰ অতি দ্ৰুত প্ৰসাৰ দেখি ভৱিষ্যতৰ বাবে শঙ্কিত হৈ সমিতিৰ বহু মুখিয়াল মুখিয়াল নেতাক দণ্ডিত কৰিবলৈ ধৰিলে। এই নেতা সকলৰ অপৰাধ আছিল যে তেওঁলোকে গৱৰ্ণমেণ্ট অনুমোদন নকৰা সমিতিত যোগ দিছে। এই সময়ত জাৰ্ম্মাণী, স্পেন আৰু চুইটজাৰ লেণ্ডত আন্তৰ্জাতিকৰ প্ৰভাৱ বিস্তাৰ হবলৈ ধৰিলে।

১৮৯৫ চনত বেলজিয়াম গৱৰ্ণমেণ্ট যদিও শ্ৰমিক সকলৰ কংগ্ৰেছ বহুৱাবলৈ অনুমতি নিদিলে কিন্তু ১৮৬৮ চনত চেপ্তেম্বৰ মাহত ব্ৰুছেলত ইয়াৰ ওয় অধিবেশন পাতিবলৈ দিলে। এই কংগ্ৰেছত ইংলণ্ড, ফ্ৰান্স, জাৰ্ম্মাণী, ইটালী, স্পেন, চুইট্জাৰ-লেণ্ড আৰু বেলজিয়ম আদি দেশৰ ৯৮ জন প্ৰতিনিধি উপস্থিত আছিল। ১৮৬৭ চনৰ লুছান অধিবেশনত ৰেল-পথ আদি ৰাষ্ট্ৰীয় সম্পত্তি হব লাগে বুলি প্ৰস্তাৱ গৃহীত হৈছিল। এই অধিবেশনত খনি, জঙ্গল বিভাগ, আৰু খেতি-পথাৰ বিলাকো ৰাষ্ট্ৰীয় সম্পত্তি হওক বুলি প্ৰস্তাৱ গৃহীত হয়। ধৰ্ম্মঘট সুপ্ৰণালী হ'ক, শিক্ষাৰ বিস্তাৰ ইয়াতকৈও বেচি হ'ক, আৰু মাটীৰ খাজনা, টকাৰ সুত, বা আন বিকোনো প্ৰকাৰে ধন যাক ধনী সম্প্ৰদায়ে আত্মসাৎ কৰে তাৰ প্ৰতিবাদ, ইত্যাদি প্ৰস্তাৱ গৃহীত হয়। এই কংগ্ৰেছত ঘোষণা কৰা হৈ ছিল যে, শ্ৰমিকক তাৰ পূৰ্ণ অধিকাৰ আৰু তাৰ পৰিশ্ৰমৰ পুৰস্কাৰ দিব লাগিব। এইবোৰ প্ৰস্তাৱ গ্ৰহণ কৰাৰ সময়ত যিবিলাক যুক্তি দেখুওৱা হৈছিল তাৰ দ্বাৰা আন্তৰ্জ্জাতিকৰ অৰ্থনীতিক ব্যৱস্থাৰ বিশদ পৰিচয় পোৱা যায়। জগতত উৎপন্ন বস্তুৰ পৰিমাণ বেচি পোৱাৰ আৱশ্যকৰ বাবে কৃষি বিজ্ঞানৰ উন্নতি সাধিত হৈ

উন্নত ধৰণৰ কৃষি-যন্ত্ৰ ব্যৱহৃত হৈছে আৰু কৃষক শ্ৰমিক সকলক সঙ্ঘবদ্ধ হৈ কাম কৰাবলৈ বাধ্য কৰাইছে। উৎপন্ন বস্তুৰ মূল উপাদান হৈছে মাটীৰ উৰ্ব্বৰতা, গতিকে মাটীৰ উৰ্ব্বৰতাই সকলো ধনৰ মূল। এই উৰ্ব্বৰতা শক্তি প্ৰাকৃতিক। এনে অৱস্থাত এই অপৰিহাৰ্য্য অমূল্য উপাদানৰ কোনো মানুহ বিশেষক মালিক কৰিলে সমাজৰ অইন সকলো মানুহে তেওঁক অকাৰণে কৰ দিবলৈ বাধ্য হয়। সকলোৰে প্ৰয়োজনীয় এনে মহামূল্য মাটীৰ এক-চেটীয়া মালিকে আন সকলো মানুহকে তেওঁলোকৰ ন্যায় সঙ্গত অধিকাৰৰ পৰা বঞ্চিত কৰে আৰু সেই দৈনন্দিন ব্যৱহাৰ্য্য মূল উপাদানটীৰ ব্যৱহাৰৰ অধি-কাৰ বিনিময়ত তেওঁ আনৰ পৰা অসম্ভৱ আৰু অসঙ্গত বেচ লয়। গতিকে এই ব্যৱস্থাৰ পৰিবৰ্ত্তন একান্ত প্ৰয়োজন। মাটী সম্পত্তি ব্যষ্টিৰ পৰিবৰ্ত্তে সমষ্টিৰ অধিকাৰভুক্ত কৰা সমাজৰ অতি আৱশ্যকীয় কথা। আন্তৰ্জ্জাতিক সম্প্ৰদায়ে সমষ্টিৰ কথা, 'কমিউন' বা খেলৰ কথা আৰু সৰ্ব্বসাধাৰণৰ ভিতৰত ৰাষ্ট্ৰীয় ক্ষমতা বিস্তৃতৰূপে ভগাই দিয়াৰ কথাহে কয়। তেওঁলোকে এভাল জৰিৰে গথা স্বতন্ত্ৰ কিছুমান সমবায় সমিতিৰ হাতত সমগ্ৰ ৰাষ্ট্ৰশক্তি পৰিচালক সঙ্ঘবদ্ধ জনসাধাৰণকহে বুজে।

জনসাধাৰণৰ যেতিয়া ধাৰণা হয় যে ৰাষ্ট্ৰৰ প্ৰধান কৰ্ত্তব্য—সমাজক কোনো যুক্তি সঙ্গত আদৰ্শত গঠন কৰা, তেতিয়া সিহঁতে সশস্ত্ৰ বিপ্লৱৰ দ্বাৰায় প্ৰচলিত ৰাষ্ট্ৰশক্তিক ধ্বংস কৰি নতুন আদৰ্শ অনুযায়ী সমাজ গঠন কৰিবলৈ বদ্ধপৰিকৰ হয়। কিন্তু জনসাধাৰণে যেতিয়া কোনো আদৰ্শবাদৰ অনুসৰণ নকৰি আন্তর্জ্জাতিক সম্প্ৰদায়ৰ দৰে বাস্তৱতাবাদৰ ( Positivism ) প্ৰভাৱ স্বীকাৰ কৰি লয় যে, সামাজিক প্ৰয়োজন আৰু অৰ্থনৈতিক বিৱৰ্ত্তনেই ( কমিউন ) খেলৰ আৰু শ্ৰমিক সঙ্ঘৰ অস্তিত্ব ৰক্ষা কৰি সমাজৰ ৰূপান্তৰ সম্ভৱ কৰিব—তেতিয়া সশস্ত্ৰ অভিযানৰ কোনো দৰকাৰ নহব ।

এই ব্ৰুছেল্‌ছৰ অধিবেশনৰ সময়তে লুক্সেমবুৰ্গ নামে ঠাই এখনৰ বাবে যুদ্ধ হবৰ উপক্ৰম হয়। আন্তৰ্জ্জাতিক কংগ্ৰেছে স্থিৰ কৰে যে যুদ্ধমাত্ৰেই হত্যাকাণ্ড। যুদ্ধত ধন-প্ৰাণ যায় 'গৰীব' প্ৰজাৰ, বিজয় গৌৰৱ হয় ৰজাৰ। সেই দেখি কংগ্ৰেছে এটা প্ৰস্তাৱ কৰিলে যে, "যেহেতু উভয় দেশৰ শ্ৰমিক সকলে উৎপাদনৰ কাম বন্ধ কৰিলে কোনোমতেই যুদ্ধ সম্ভৱপৰ হব নোৱাৰে সেই হেতুকে উৎপাদন ক্ৰিয়া বন্ধ কৰিবৰ অৰ্থে এটা সাধাৰণ সৰ্ব্বব্যাপী ধৰ্ম্মঘট কৰি যুদ্ধত বাধা দিবই লাগিব।"

শ্রমজীৱি সকলে আশা কৰে যে ৰাষ্ট্র শাসন কাৰ্য্যত সাধাৰণ স্বত্ববাদী সকলৰ সংখ্যা অধিক হৈ তেওঁলোকৰ প্রভাৱ বেচি হলে যুদ্ধ আৰু হব নোৱাৰিব।

ইয়াৰ পাচত ১৮৬৯ খৃষ্টাব্দত আন্তর্জ্জাতিক সমিতি ইউৰোপৰ শ্রমিক সকলৰ মাজত অতি দ্রুতগতিত বিস্তাৰ লাভ কৰে। প্রায় সকলো দেশতে ধর্ম্ম ঘট হয় আৰু ধর্ম্মঘটৰ অন্তত আন্তর্জ্জাতিকৰ পৰা সহায় পাব—এই আশাত দলে দলে ইয়াৰ সভ্যভুক্ত হবলৈ ধৰিলে। এই বছৰবে চেপ্তেম্বৰ মাহত 'বেল' নামে ঠাই এখনত আন্তর্জ্জাতিক কংগ্রেছৰ আৰু এক অধিবেশন হয়। তাত এই প্রস্তাৱ গৃহীত হয়—"যেহেতু মাটী সম্পত্তিত কোনো ব্যক্তি বিশেষৰ স্বত্বাধিকাৰ অযৌক্তিক আৰু অন্যায়, সেই গতিকে এই মাটী সম্পত্তিক মালিকৰ পৰা জোৰ কৰি বলপূৰ্ব্বক আনি জনসাধাৰণক দিবৰ অধিকাৰ সমাজৰ আছে।" এই বেল কংগ্রেছৰ অধিবেশনত অৰাজকতাবাদী বিপ্লৱ পন্থী বাকুনিনৰ আন্তর্জ্জাতিকত প্রথম আবির্ভাৱ হয়। তেওঁৰ মতে সমাজৰ ভবিষ্যত মূৰ্ত্তি কি হব তাক ভাবা উচিত নহয়,কেবল প্রথমে বৰ্ত্তমান প্রচলিত সমাজক সমূলে ধ্বংস কৰাহে একান্ত কৰ্ত্তব্য। এই কাম সমাধা হলে পাচত স্বাভাৱিকতে সময়োপযোগী কল্যাণকৰ নতুন

সমাজৰ উন্নতি হব। আন্তৰ্জ্জাতিকতাবাদক (Internationalism) গৱেষণা আৰু কল্পনা ৰাজ্যৰ পৰা বাস্তৱ আৰু ব্যৱহাৰিক ক্ষেত্ৰলৈ আনি নতুন পথত পৰিচালিত কৰাই বাকুনিনৰ একমাত্ৰ ইচ্ছা।

১৮৭০ চনৰ ফ্ৰান্স আৰু জাৰ্ম্মাণীৰ মাজত যেতিয়া যুদ্ধ আৰম্ভ হয় তেতিয়া ফ্ৰান্স, জাৰ্ম্মাণ আৰু ইংলণ্ডৰ আন্তৰ্জ্জাতিক সমিতিসকলে তীব্ৰ প্ৰতিবাদ কৰে। সেই সময়ত পেৰিচৰ আন্তৰ্জ্জাতিক সমিতি সকলে এটি বিবৃতি প্ৰকাশ কৰে—"যি সকলে যুঁজত নিজৰ ৰক্তপাত নকৰাকৈ সৰ্ব্বসাধাৰণৰ শোচনীয় দুৰ্দ্দশাৰ জৰিয়তে ভাগ্যোন্নতি কৰিবলৈ বুধি কৌশল সাজি ইদেশৰ বিৰুদ্ধে সি দেশক যুঁজ কৰিবলৈ উত্তেজনা কৰিছে সি সকলৰ স্বাৰ্থপৰ উদ্দেশ্যৰ প্ৰতিবাদ কৰি আমি ঘোষণা কৰোঁ যে,—"আমি শান্তি চাওঁ, পৰিশ্ৰম কৰি জীৱিকা উপাৰ্জ্জন কৰিব খোজো আৰু ব্যক্তিগত স্বাধীনতা অক্ষুন্ন ৰাখিবলৈ ইচ্ছা কৰো।" সাধাৰণৰ এই স্বাধীনতা হৰণ কৰাৰ উদ্দেশ্যে গৱৰ্ণমেণ্ট মাত্ৰেই পৰোক্ষ উপায় অৱলম্বন স্বৰূপ যুদ্ধত যোগ দিয়ে।" ঠিক সেই সময়তে আন্তৰ্জ্জাতিকৰ জেনেৰেল কাউন্সিলেও ইউৰোপ আৰু আমেৰিকাৰ সকলো আন্তৰ্জ্জাতিক সমিতিৰ সভাসকলক সম্বোধন কৰি এখন ইস্তাহাৰ

ঘোষণা কৰে। সেই ইস্তাহাৰত কোৱা হয় যে, "পেৰিচৰ জনসাধাৰণে যুদ্ধৰ বিৰুদ্ধে প্ৰতিবাদ কৰি এনে অন্যায় ভাৱ সৃজন কৰিছে যে পুলিচ কৰ্তৃপক্ষই অনন্যোপায় হৈ ৰাজপথত যুদ্ধ সম্বন্ধে মতামত প্ৰকাশ কৰা দণ্ডাৰ্হ বুলি ঘোষণা কৰিছে। যুদ্ধৰ ফলাফল যিয়ে হ'ক কিন্তু এই কথা নিশ্চয় যে ফ্ৰান্সৰ দ্বিতীয় সাম্ৰাজ্যৰ সমাধিৰ বাজনা পেৰিচত ধ্বনিত হৈছে। জাৰ্ম্মাণ শ্ৰমিক সকলে যদি বৰ্ত্তমান যুদ্ধক আত্মৰক্ষাৰ্থে ব্যৱহাৰ নকৰি ফৰাচী ৰাজ্য অধিকাৰ কৰিবলৈহে ব্যৱহাৰ কৰে তেনেহলে জয় হ'ক বা পৰাজয় হ'ক—উভয়ই বিপজ্জনক হব।" পেৰিচৰ এই বিবৃতিৰ উত্তৰত বাৰ্লিন আন্তৰ্জ্জাতিক সমিতিয়ে জনালে যে, "দেহে কেহে তোমালোকৰ কথা পালন কৰিম আমি শপথ খাই কৈছো যে যুদ্ধৰ সাজ-সজ্জা, জয় কিংবা পৰাজয়—এই বিলাক একোৱেই আমাক নিখিল বিশ্বৰ শ্ৰমিক সকলৰ মিলন সাধন কাৰ্য্যত পৰাঙ্মুখ কৰিব নোৱাৰিব।"

বাকুনিন আৰু মাৰ্কছৰ মতবাদৰ বাবে আন্তৰ্জ্জাতিক সমিতিৰ ভিতৰত দলাদলিৰ সৃষ্টি হয়। বাকুনিনৰ মতাবলম্বী সকলে ১৮৭০ চনৰ মাৰ্চ্চ মাহত পেৰিচৰ বিপ্লৱ আৰম্ভ কৰিলেই। কিন্তু বিপ্লৱ স্থায়ী নহল। বাকুনিন চালিত এই বিপ্লৱৰ

অসাফল্যতাত মার্কছৰ বিবর্ত্তনবাদৰ প্ৰয়োজনীয়তাহে বেচিকৈ প্ৰতিপন্ন হ'ল। মার্কছে কৈছিল— "ভিত্তস্বৰূপ অর্থনীতিক শক্তিৰ প্ৰভাৱত সমাজ পৰিবর্ত্তনৰ জৰিয়তে চিৰ বাঞ্ছিত সৌম্য মূর্ত্তি গ্ৰহণ কৰিবলৈ অগ্ৰসৰ হৈছে। পুৰণি জৰাজীৰ্ণ আৱৰ্জ্জনাবোৰ গুচাই নতুনৰ প্ৰতিষ্ঠাৰ সুযোগ সুবিধা কৰি দিয়াই আমাৰ একমাত্ৰ কর্ত্তব্য। কোনো কল্পিত স্বৰ্গৰাজ্য (utopia) জোৰেৰে স্থাপন কৰিবলৈ যোৱা প্ৰলাপ মাথোন। দীৰ্ঘ তপস্যা আৰু সাধনাৰ দ্বাৰায় ক্ৰমোন্নতিৰ জখলা খেদোৱে পাৰ হৈ সমাজ বন্ধনৰ পৰা মুক্ত হব আৰু জনসাধাৰণেও অভীষ্ট লাভ কৰিব।"

দুয়ো দলৰ বিৰোধ ফলত ১৮৭১ চনত আন্তৰ্জ্জাতিক সমিতিৰ কংগ্ৰেছৰ অধিবেশন কৰা নহল। এই সময়ত জেনেৰেল কাউন্সিলৰ পৰিচালক আছিল —মাৰ্ক্ছ। কিন্তু বহুতে মাৰ্ক্ছৰ অধীনত থকা পছন্দ নকৰি জেনেৰেল কাউন্সিলৰ অধীনতা অস্বীকাৰ কৰি স্বতন্ত্ৰ সমিতি স্থাপন কৰিলে। এই স্বতন্ত্ৰ সমিতি বোৰৰ ভিতৰত "সংযুক্ত তন্ত্ৰবাদীৰ দল" (Federalists) আৰু ধ্বংসবাদীৰ দল (Anarchists) সম্প্ৰদায়েই শেষত লবলগীয়া। প্ৰথম আন্তৰ্জ্জাতিকৰ ঘৰুৱা বিবাদৰ কাৰণেই পতন

হয়। কিন্তু যিহঁক ১৮৭২ চনত হেগ নগৰত কংগ্ৰেছ বহিল। মাৰ্কছে সেই অধিবেশনত কৈছিল, "এই হেগ নগৰীতেই ওঠৰ শতিকাত ৰজা সকলে সমবেত হৈ ৰাজ্য শাসনৰ কথাৰ আলোচনা কৰিছিল, আৰু আজি সেই হেগ নগৰীতেই শ্ৰমিক কৃষক সকলে সমবেত হৈ প্ৰজা স্বাধীনতাৰ আলোচনা কৰিছে।" এই অধিবেশনত সৰ্ব্বমুঠ ৬৫ জন প্ৰতিনিধি উপস্থিত আছিল। সভাত প্ৰথমে জেনেৰেল কাউন্সিলৰ ক্ষমতা লৈ তৰ্ক বিতৰ্ক হয় আৰু বহু বাদানুবাদৰ পাচত কিছুমান সভ্যই বেলেগে সভাপাতে। এই অধিবেশনত আন্তৰ্জ্জাতিক বৰ দুৰ্ব্বল হয়।

ইয়াৰ পাচত ১৮৭৩ চনত চেপ্তেম্বৰ মাহত জেনেভাত আন্তৰ্জ্জাতিকৰ পুনৰ এক অধিবেশন হয়। এই অধিবেশনত বেলেগ বেলেগ শাখা সমিতিবোৰক সম্মিলিত কৰিবলৈ যথেষ্ট চেষ্টা কৰা হয় কিন্তু নানা দলাদলিৰ বাবে বিশেষ কোনো ফল নহল। কেৱল মাৰ্কছ মতাৱলম্বী মাত্ৰ ৩০ জন সভ্যই সভাৰ কাৰ্য্য চলায়। এই সভাত স্থিৰ হয় যে, শ্ৰমিক সকলেও ৰাজনীতিত যোগ দিয়া নিতান্ত কৰ্ত্তব্য। শ্ৰমিক সকলৰ স্বাৰ্থৰ অনুকূল সংস্কাৰ কৰিবৰ আৱশ্যক হলে মধ্য-বিত্ত সম্প্ৰদায়ৰ লগত

লগলাগি কাম কৰিব। শ্ৰমিক সকলে সকলো ঠাইতে ব্যৱসায় সমিতিত ( Trades Corporations ) যোগ দি সেই সকলক লগ কৰি জাতীয় সঙ্ঘ গঠন কৰিব আৰু সকলো দেশৰ সঙ্ঘ বিলাকক লগ কৰি প্ৰত্যেক ব্যৱসায়ৰ একোটা একোটা বিশ্ব সঙ্ঘ গঠন কৰিব। এই বিশ্ব সঙ্ঘই সদায় শ্ৰমিক সকলৰ অৱস্থাৰ খবৰ লব আৰু ভিন্ ভিন্ দেশত তেওঁলোকৰ স্বাৰ্থৰক্ষা কৰিবলৈ যত্নৱান হব। এই অধিবেশনেই মাৰ্কছীয় সকলৰ শেষ সভা। এই অধিবেশনৰ পাচৰ পৰা মাৰ্ক্ছে কৰ্ম্মক্ষেত্ৰৰ পৰা অৱসৰ লৈ লণ্ডন নগৰীত নিৰ্জ্জনে তেওঁৰ বিশ্ব বিখ্যাত "দাছ্ কেপিটেল্" (Das Capital) গ্ৰন্থৰ ২য় ভাগ লেখাত আত্মনিয়োগ কৰে।

১৮৭৭ খৃষ্টাব্দৰ চেপ্তেম্বৰ মাহত ঘেণ্ট নগৰত পুনৰ আন্তৰ্জ্জাতিকৰ এক সভা বহে। এই সভাত ৪৬ জন প্ৰতিনিধি উপস্থিত আছিল আৰু বিৰোধী দুয়ো দলৰ মিলনৰ বাবে সেই সভাত যথেষ্ট চেষ্টা কৰা হৈছিল, কিন্তু ফল একো নহল। এই ঘেণ্ট নগৰৰ অধিবেশনতে ১ম আন্তৰ্জ্জাতিকৰ যদিও সমাধি হয় কিন্তু ইয়াৰ প্ৰভাৱ অন্তৰ্হিত নহল। সমস্যা আৰু তাৰ সমাধান সম্বন্ধে যিবোৰ চিন্তা আৰু ভাবৰ প্ৰচাৰ হৈছিল—সেইবোৰৰ আলোচনা আৰু আন্দোলন সকলো দেশতে হৈছিল।

---

# দ্বিতীয় আন্তৰ্জ্জাতিক সঙ্ঘ।

—:•:—

প্ৰথম আন্তৰ্জ্জাতিকৰ অৱসানৰ পাচত ১৮৭৬ চনৰ পৰা ১৮৮৯ চনলৈ কোনো আন্তৰ্জ্জাতিক সমিতি দেশাত মাথাকিলেও মাজে মাজে ভিন্ ভিন সম্প্ৰদায়ৰ দ্বাৰায় আহুত হৈ ঠায়ে ঠায়ে আন্ত-ৰ্জ্জাতিক শ্ৰমিক মহাসভাৰ অধিবেশন হৈ আছিল। আন্তৰ্জ্জাতিকৰ প্ৰত্যক্ষ ফল বিশেষ একো নহলেও পৰোক্ষফল যে একো হোৱা নাছিল তেনে নহয়; কাৰণ অনেক দেশৰ ৰাজশক্তি ইয়াৰ ফলত কিছু বিচলিত হৈছিল। ১৮৮৯ চনত ভেভিয়াৰ চুইট্ জাৰলেণ্ডৰ গৱৰ্ণমেণ্টে শ্ৰমিক-সমস্যা সমাধানৰ বাবে এটি প্ৰস্তাব কৰে। তেওঁলোকে প্ৰস্তাৱ কৰিছিল যে যি সকল শ্ৰমিকে খনিৰ ভিতৰত কাম কৰে সি সকলৰ বাবে কিবা এটি সুবন্দোবস্ত কৰা উচিত। আৰু তিৰুতা, লৰা ছোৱালী ইত্যাদিৰ বাবেও কিবা এটি সুবন্দোবস্ত কৰা উচিত। যিহ'ক এই প্ৰস্তাৱৰ পৰা আশাৰ অনুৰূপ ফল বিশেষ

নহলেও ইয়াৰ ফলাফল এই হ'ল যে আগৰ বজা সকলৰ দৰে এতিয়া আৰু কেৱল সামৰিক ব্যৱস্থা আৰু পৰৰাষ্ট্ৰীয় কূটনীতি লৈয়েই ৰজা সকল ব্যস্ত থাকিব নোৱাৰা হল। এতিয়াৰ পৰা তেওঁলোকে শ্ৰমিক সমস্যাৰ বিষয়েও যথেষ্ট ভাবিব লগীয়া হল। নব জাগৰিত প্ৰজা শক্তিয়ে যে ৰাজ শক্তিৰ মনত ত্ৰাস উৎপাদন কৰিছিল তাৰ প্ৰমাণ—জাৰ্মাণ আৰু আন্ আন্ দেশৰ পুলিচ কৰ্তৃপক্ষই সাধাৰণ স্বত্ববাদী সকলৰ ওপৰত তীক্ষ্ণ দৃষ্টি ৰাখিব লগীয়া হোৱাৰ পৰা। ফলত বহু সমস্বত্ববাদী নেতা কাৰাৰুদ্ধ হ'ল, সভা সমিতি বাতৰি কাকত ইত্যাদিৰ প্ৰচাৰ বন্ধ হ'ল আৰু শেহত ১৮৭৮ খৃষ্টাব্দত সম-স্বত্ববাদ বিৰোধী আইন প্ৰণীত হ'ল। এই আইন ১৮৯০ খৃষ্টাব্দলৈ বলবৎ থাকে।

১৮৯১ খ্ৰীষ্টাব্দত এৰফুৰ্ট নামে এখন নগৰত শ্ৰমজীৱি সকলৰ এখন সভা হয় আৰু এই সভাত তেওঁলোকৰ মত আৰু নীতি স্পষ্টকৈ প্ৰচাৰ কৰে। মত এই :—

১। ধনী ব্যৱসায়ী সম্প্ৰদায়ৰ লগত দৰিদ্ৰ শ্ৰমজীৱিৰ অৱনতি স্বভাৱতে বিজড়িত। এজনৰ বৃদ্ধিত আনজনৰ হ্ৰাস অৱশ্যম্ভাৱী। বৰ্ত্তমান ব্যৱস্থাত যি সকলৰ মূলধন আছে সি সকলে

ধনোৎপাদনৰ সকলোবোৰ উপায় একচেটীয়া কৰি লয় আৰু যি সকল দৰিদ্ৰ শ্ৰমিক সি সকলে ধনোৎপাদনৰ উপায় বিহীন হৈ অতি দৰিদ্ৰ, নিঃস্ব হৈ পৰিছে। ক্ষুদ্ৰ শিল্পীৰ যন্ত্ৰ ডাঙৰ কলত পৰিণত হয় আৰু ক্ষুদ্ৰ ব্যৱসায় প্ৰকাণ্ড কাৰবাৰত পৰিণত হয়। কিন্তু এই পৰিণতিৰ উপস্বত্ব ভোগ কৰে ধনী সম্প্ৰদায়ে, ক্ষুদ্ৰ শিল্পী, ক্ষুদ্ৰ ব্যৱসায়ী বা ক্ষুদ্ৰ কৃষকে একো নাপায়। ইহঁতে পায়—ধনী সম্প্ৰদায়ে দয়া কৰি দিয়া মজুৰীৰ দাসত্ব।

(২) ধনোৎপাদৰ প্ৰধান উপায়—মাটী, খনি, শিল্পীৰ যন্ত্ৰ আৰু যাতায়াতৰ উপায় বিলাক। এই সকলো উপায় বোৰক ব্যক্তি বিশেষৰ সম্পত্তিৰ পৰা ৰাষ্ট্ৰ-সম্পত্তি কৰা উচিত। তেতিয়াহে শ্ৰমিকৰ শ্ৰমলব্ধ ধনত তাৰ সম্পূৰ্ণ অধিকাৰ থাকিব।

(৩) ধনী আৰু শ্ৰমিকৰ এই যুদ্ধত শ্ৰমিকে জয়লাভ কৰিব খুজিলে তেওঁলোকে ৰাষ্ট্ৰনৈতিক ক্ষমতা লাভ কৰা আৱশ্যক। ৰাজনৈতিক অধিকাৰ লাভ কৰিব নোৱাৰিলে ধনোৎপাদনৰ প্ৰচলিত বিধি ব্যৱস্থাৰ পৰিবৰ্ত্তন হব নোৱাৰে।

(৪) শ্ৰমিকৰ ব্যৱস্থা সকলো দেশতে একে। শিল্প বাণিজ্যৰ বিস্তৃত যিমানেই দেশ দেশান্তৰলৈ প্ৰসাৰ হৈছে—তিমানেই এক দেশৰ শ্ৰমিকৰ অৱস্থা

আন দেশৰ শ্ৰমিকৰ অৱস্থাৰ ওপৰত নিৰ্ভৰ কৰিছে। গতিকে শ্ৰমজীৱি সমস্যা এতিয়া আন্তৰ্জ্জাতিক হৈ-উঠিছে।

(৫) ইত্যাদি এইবোৰ কাৰণে সমস্বত্ববাদী সকলে এতিয়া স্ত্ৰী-পুৰুষ, অভিজাত, জাতিবৰ্ণ নিৰ্ব্বিশেষে সমান অধিকাৰৰ দাবী কৰে।

(৬) এই বিলাক উদ্দেশ্য সাধনৰ বাবে শ্ৰমিক সকলক উদ্বুদ্ধ আৰু সম্মিলিত কৰাই সম-স্বত্ববাদী সঙ্ঘৰ প্ৰধান কাৰ্য্য।

উনৈচ শতিকাৰ শেষ ভাগলৈ সম-স্বত্ববাদী সকলৰ কাৰ্য্য এনেকৈয়ে চলিছিল। ইয়াৰ পাচত ১৯০০ খৃষ্টাব্দত পেৰিচত যি অধিবেশন হয়, তাতেই দ্বিতীয় আন্তৰ্জ্জাতিকৰ গঠন প্ৰণালী নিৰ্দ্ধাৰিত হয়।

এই সভাত সকলো দেশৰ প্ৰতিনিধি লৈ এটা "আন্তৰ্জ্জাতিক সাধাৰণ স্বত্ববাদী সঙ্ঘ" (International Socialist Bureau) গঠিত হয়। এই সমিতিত স্থিৰ হয় যে, যিবোৰ সমিতিয়ে সম-স্বত্ব-বাদৰ প্ৰধান প্ৰধান উদ্দেশ্যবিলাক মানিব সেইবোৰ সমিতিকে আন্তৰ্জ্জাতিকৰ সভ্যবুলি গণ্য কৰা হব। প্ৰধান উদ্দেশ্য এই কেইটাই:—(১) পণ্য উৎপাদন আৰু বিনিময়ৰ উপায় বিলাকক শ্ৰম জীৱি সকলৰ হস্তগত কৰা। (২) আন্তৰ্জ্জাতিকভাৱে মিলিত হৈ

শ্ৰমিক সকলে একযোগে কাম কৰা আৰু (৩) শ্ৰমিক সকলৰ এটা স্বতন্ত্ৰ ৰাজনৈতিক দল গঠন কৰি ৰাষ্ট্ৰীয় ক্ষমতা হস্তগত কৰা।

নতুন নিয়ম অনুযায়ী ১৯০৪ চনত আমষ্টাৰ্ডম নগৰত, ১৯০৭ চনত ষ্টুটগাৰ্ট নগৰত আৰু ১৯১০ চনত কোপেন্‌হেগেন্‌ নগৰত আন্তৰ্জ্জাতিক কংগ্ৰেছৰ অধিবেশন হয়। ইয়াৰ পাচত ১৯১৪ চনৰ ভিয়েনা নগৰত বহিব লগীয়া অধিবেশন ইউৰোপীয় মহাযুদ্ধৰ বাবে বহুৱাব নোৱাৰিলে। গতিকে ১৯১০ চনৰ অধিবেশনেই ২য় আন্তৰ্জ্জাতিকৰ শেষ অধিবেশন। তাত ৮৯৬ জন প্ৰতিনিধি উপস্থিত হৈছিল আৰু ২৮টা জাতি আন্তৰ্জ্জাতিকৰ অন্তৰ্ভুক্ত আছিল। যেখাত ১য় আন্তৰ্জ্জাতিক বৃহৎ হলেও তাৰ সজ্ঞশক্তি বিশেষ একো নাছিল। কাৰণ বেলেগ বেলেগ জাতীয় শাখা-সমিতি বিলাকে স্বতন্ত্ৰ মত পোষণ কৰি ইচ্ছানুযায়ী কাম কৰিছিল। আমষ্টাৰ্ডম, ষ্টুটগাৰ্ট আৰু ১৯১০ চনৰ কোপেন হেগেনৰ অধিবেশনত যিবিলাক প্ৰস্তাৱ গৃহীত হৈছিল, সেই প্ৰস্তাৱ বিলাক শাখা সমিতিলৈ পঠোৱাত শাখা সমিতি বিলাকে কোনো জবাবে নিদিলে। ইউৰোপীয় মহাযুদ্ধৰ সময়ত চাৰিওফালৰ সম-ষ্টিবাদী সকলে আন্তৰ্জ্জাতিকক সমৰ্থন কৰি তাৰ জনসাধাৰণে

যুদ্ধৰ ব্যয় বহন নকৰিব বুলি মত প্ৰকাশ কৰে, কিন্তু চাভিয়াৰ দৃষ্টান্ত মতে অইন কোনো দেশেই অনুকৰণ নকৰিলে।

---

# তৃতীয় আন্তৰ্জ্জাতিকৰ উৎপত্তি

## ( The Third International )

১৯১৭ খৃষ্টাব্দৰ ৰুছ বিপ্লৱে সকলো সমস্যাৰ মীমাংসা কৰিলে। ওলন্দাজ স্কেন্দেনেভীয়ান সমিতিৰ সহযোগত প্ৰেট্ৰোগ্ৰাডৰ 'ছোভিয়েট' ষ্টকহলম্ নগৰীত আন্তৰ্জ্জাতিক সাধাৰণ স্বত্ববাদী সকলৰ এখন সভা আহ্বান কৰি সকলো দেশৰ সভ্য সকলক উপস্থিত হবলৈ নিমন্ত্ৰণ কৰে। এই সভাত প্ৰায় সকলো দেশৰে সভ্য উপস্থিত হৈছিল কেৱল ইংৰাজ আৰু ফ্ৰেঞ্চ গৱৰ্ণমেণ্টে অনুমতি নিদিয়াৰ বাবে তাৰ সভ্যই সভাত যোগ দিব নোৱাৰিলে। এই ষ্টকহলমৰ সভাত স্থিৰ হয় যে নতুন আন্তৰ্জ্জাতিক গঠন কৰিব লাগে।

জাৰ্ম্মাণ যুদ্ধৰ শেষত ১৯১৯ চনত এই সভাৰ প্ৰথম অধিবেশন হয়। তাত ২৬টা জাতিয়ে যোগ দিছিল কিন্তু ৰুছিয়া, ইটালী, চুইট্জাৰলেণ্ড, চাৰ্ভিয়া আৰু ৰুমানীয়া যোগ দিয়া নাছিল। ৰুছিয়াৰ সম-স্বত্ববাদী সকলে নতুন আন্তৰ্জ্জাতিক গঠনৰ উদ্দেশ্যে এখন সুকীয়া সভা আহ্বান কৰিলে। ১৯১৯ চনৰ জানুৱাৰী মাহত এওঁলোকে (ৰুছিয়াৰ সম-স্বত্ববাদী সকলে) নতুন বা তৃতীয় আন্তৰ্জ্জাতিক কংগ্ৰেছ আহ্বান কৰে। ১১৯১৭ চনৰ বিপ্লৱৰ পাচৰ পৰা ৰুছিয়াৰ "বলছেভিক্" সকলে "কমিউনিষ্ট" (সম-স্বত্ববাদী) নাম লয়। ১৯১৯ চনৰ মাৰ্চ্চ মাহত প্ৰথম আন্তৰ্জ্জাতিকৰ অধিবেশন হয়। সেই সভাত নতুন আন্তৰ্জ্জাতিকৰ নিয়মাৱলী প্ৰণীত হয় আৰু ইয়াৰ মূল নীতি বিবৃত কৰি এখন ইস্তাহাৰ প্ৰচাৰ কৰে আৰু লগে লগে দুনীয়াৰ সমস্ত কৃষক-শ্ৰমিকক ইয়াত যোগ দিবলৈ আহ্বান কৰে।

আধুনিক জগতত একমাত্ৰ ৰুছিয়াইহে সম-স্বত্ববাদ অনুযায়ী ৰাষ্ট্ৰ পৰিচালনা কৰিছে। আন আন দেশৰ সম-স্বত্ববাদী সকলে পথভ্ৰষ্ট হৈ একো একোটা নতুন সাম্ৰাজ্যবাদীদলত পৰিণত হৈছে। কেৱল ৰুছিয়াত সাম্ৰাজ্যবাদী সকলৰ স্থান নাই।

যি সকল সম-স্বত্ববাদীয়ে দ্বিতীয় আন্তৰ্জ্জাতিক

ত্যাগ কৰি তৃতীয় আন্তৰ্জ্জাতিকত যোগ দিয়া নাই তেওঁলোকে ১৯২১ চনৰ ফেব্ৰুৱাৰী মাহত ভিয়েনা নগৰীত এখন কংগ্ৰেছৰ অধিবেশন বহুৱায়। তাত অষ্ট্ৰিয়া আৰু চুইট্‌জাৰলেণ্ডৰ সম-স্বত্ববাদী সকল; ইংলণ্ডৰ "স্বাধীন শ্ৰমিক দল"; (Independent Labour party) কবাচী সমস্বত্ববাদী সকলৰ কিছুমান, জাৰ্ম্মাণীৰ সমস্বত্ববাদী সকল আৰু ৰুছিয়াৰ 'মানছেভিক' দলে যোগ দিয়ে। এই অধিবেশনত "সম-স্বত্ববাদী সকলৰ আন্তৰ্জ্জাতিক কৰ্ম্মী সঙ্ঘ" (International working union of Socialist parties) নামে এটা নতুন সঙ্ঘ গঠিত হয়। জগতৰ সমগ্ৰ বিপ্লবপন্থী শ্ৰমজীৱি সকলক সংঘবদ্ধ কৰাৰ উদ্দেশ্যে—এই সংঘ স্থাপিত হয়।

১৯২১ চনৰ পৰা দুখন আন্তৰ্জ্জাতিক সমিতিৰ অস্তিত্ব দেখা যায়। প্ৰথমখন—তৃতীয় আন্তৰ্জ্জাতিক—যিখনে ৰুছিয়াৰ বাস্তৱ ক্ষেত্ৰত ব্যৱহাৰিক জীৱনত নীতিৰ উৎকৰ্ষতাৰ পৰিচয় দি বিশ্বৰ শ্ৰমিক সকলক দাসত্বৰ পৰা মুক্ত কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ আৰু যাৰ মহাপ্ৰভাৱৰ প্ৰসাৰ পৃথিৱীৰ সকলো দেশতে বিয়পি পৰিছে। দ্বিতীয়খন হৈছে—"সমস্বত্ববাদী সকলৰ আন্তৰ্জ্জাতিক কৰ্ম্মী সঙ্ঘ" বা "International Working Union of Socialist Parties."

---

# ৰুছিয়া ( পুৰণি )।

—:*:—

ৰাম নোহোৱাকৈ ৰামায়ণ লেখা যেনে ৰুছিয়াক বাদ দি সমস্বত্ববাদ আলোচনা কৰাও তেনে। কাৰণ আধুনিক জগতত একমাত্ৰ ৰুছিয়াতহে সমস্বত্ববাদৰ সকলোতকৈ অধিক বিকাশ হৈছে আৰু সকলো ৰকমৰ মতভেদ তিৰোহিত হৈ কেৱল-মাত্ৰ "বলছেভিজ'ম্" প্ৰতিষ্ঠিত হৈছে। ৰুছিয়াৰ তেতিয়াৰ শাসনপদ্ধতিয়েই ইয়াৰ উৎপত্তি আৰু প্ৰসাৰৰ কাৰণ।

ৰুছিয়াৰ সম্ৰাট স্বাধীন কিন্তু স্বেচ্ছাচাৰী আছিল। দেশৰ শতকৰা ৮০ জন মানুহ আছিল কৃষিজীৱি আৰু এই কৃষক সকল নামত আছিল সম্ৰাটৰ প্ৰজা কিন্তু কাৰ্য্যতঃ আছিল জমিদাৰসকলৰ দাস। ৰুছিয়াৰ সম্ৰাটৰ তলত আছিল জমিদাৰ সকল—সি সকল আছিল ৰুছিয়াৰ মাটীৰ মালিক। এই মাটীৰ মালিক সকলে কৃষক সকলৰ পৰা যি কোনো প্ৰকাৰে কৰ আদায় কৰি সম্ৰাট গৱৰ্ণমেণ্টক দিছিল। গৱৰ্ণমেণ্টৰ প্ৰধান লক্ষ্য আছিল—

খাজানাৰ প্ৰতি, প্ৰজাৰ সুখ-দুঃখৰ প্ৰতি কোনো· ভ্ৰূক্ষেপ নাছিল । গতিকে জমিদাৰ সকলে প্ৰজাৰ ওপৰত কৰা অত্যাচাৰ, অনাচাৰৰ খবৰ লবৰ গৱৰ্ণমেণ্টৰ কোনো প্ৰয়োজন আৰু ইচ্ছাও নাছিল । জমিদাৰ সকল অসন্তুষ্ট হলে খাজানা তোলাত ব্যাঘাত হব পাৰে—এই ধাৰণাৰ বশবৰ্ত্তী হৈ গৱৰ্ণমেণ্টে জমিদাৰ সকলৰ কোনো কাৰ্য্যত হস্তক্ষেপ নকৰিছিল । জমিদাৰ সকলে প্ৰজা সকলক ইমান অত্যাচাৰ কৰিছিল যে তেওঁলোকে সিহঁতক অইন সম্পত্তিৰ দৰে দান বিক্ৰী পৰ্য্যন্ত কৰিব পাৰিছিল । (১)

ওঠৰ শতিকাৰ ফ্ৰান্সৰ বুৰ্ব্বোবংশীয় ৰজাসকলৰ অত্যাচাৰো উনেশ শতিকাৰ ৰুছিয়াৰ গৱৰ্ণমেণ্টৰ অত্যাচাৰৰ লগত তুলনা হব নোৱাৰে । ৰুছিয়াৰ বিস্তীৰ্ণ সাম্ৰাজ্যৰ প্ৰজা সকলৰ অৱস্থা—অতীতৰ গ্ৰীক-সাম্ৰাজ্যৰ ক্ৰীতদাস হেলট বিলাকতকৈও

(1) "The serfs were regarded by law as part of their master's immoveable property, as part of the working capital of the estate and as such they were bought and sold and given as presents in hundreds and thousands sometimes with the land and sometimes without it sometimes in families and sometimes individually.'

অধিক বেয়া আছিল। মুষ্টিমেয় ধনী, আভিজাত্য সম্প্ৰদায় আৰু নায়িক নায়ক সকলক সুখ-সুবিধা, ভোগ-বিলাসৰ উপকৰণ যোগাৰ কৰি দিয়াত বাহিৰে কছিয়াৰ কৃষক আৰু শ্ৰমিক সকলৰ অইন কোনো কাম নাছিল। সমস্ত মাটী—হয় জাৰৰ, নহয় জাৰৰ অনুগৃহীত আভিজাত্য আৰু ধনী সম্প্ৰদায়ৰ। কৃষকে কেৱল খেতি কৰিব লাগে—নিজৰ নিমিত্তে নহয়— প্ৰভু সকলৰ নিমিত্তে। সি তাৰ বিনিময়ত কেৱল মৰাৰ জীয়াই থাকিব পৰাকৈ মাথোন আহাৰ সামগ্ৰী পাইছিল। তাৰ (কৃষকৰ) অপৰাধ আছিল পদে পদে, আনকি নীৰৱে দীৰ্ঘ-নিশ্বাস ত্যাগ কৰাও অপৰাধ আছিল। প্ৰজা সকলে জমিদাৰ, ধনী আৰু আভিজাত্য সম্প্ৰদায় সকলৰ কোনো এটাৰ অত্যাচাৰৰ বিৰুদ্ধে গোচৰ কাৰলে—প্ৰজাসকলেহে ওভটাই দণ্ডিত হৈছিল। সুকঠোৰ শাসন, নিৰ্ম্মম অত্যাচাৰ আৰু প্ৰত্যেকক ভীত আৰু সন্ত্ৰস্ত কৰি ৰখাই আছিল কছিয়াৰ জাৰ শাসনৰ বিশেষত্ব।

দ্বিতীয় কেথেৰিণ কছিয়াৰ সাম্ৰাজ্ঞী হোৱাৰ সময়ত ফৰাচী ভাষা, পোছাক-পৰিচ্ছদ ইত্যাদি কছিয়াত বৰকৈ সমাদৃত হয়। কাৰণ সম্ৰাজ্ঞী নিজে এইবিলাক ভাল পাইছিল। সেই সময়ত

বহু কব্যাচী কিতাপ ৰুচীয় ভাষালৈ অনুদিত হয় আৰু তাৰ ভিতৰত "কহো", 'ভলটেয়াৰ' প্ৰভৃতি মনিষী সকলৰ গ্ৰন্থবোৰো আছিল। এইবোৰ কিতাপৰ প্ৰচাৰৰ ফলত ৰুচীয় যুৱক সম্প্ৰদায়ৰ মাজত অতি সোনকালে স্বাধীন চিন্তাৰ উদ্দীপনা হবলৈ ধৰিলে। আৰু লাহে লাহে এদল যুৱক দেশৰ হিতসাধনৰ বাবে দৃঢ় প্ৰতিজ্ঞ হল। দেশৰ ৰাষ্ট্ৰীয় কাৰ্য্যৰ স্বাধীন সমালোচনা কৰা বাধা আছিল দেখি তেওঁলোকে গুপ্ত সমিতি আদি স্থাপন কৰিবলৈ বাধ্য হৈছিল।

১৮২৫ খ্ৰীষ্টাব্দত গুপ্ত সমিতিৰ সভ্যসকলে সৈন্যসকলক উত্তেজিত কৰি সম্ৰাট আলেকজেণ্ডাৰক সিংহাসনচ্যুত কৰিবলৈ চেষ্টা কৰিছিল। কিন্তু চেষ্টা সফল নহল আৰু ফলত বহুতো ধৰা পৰি নিৰ্ব্বাসন আৰু প্ৰাণদণ্ডত দণ্ডিত হৈছিল।

সম্ৰাট আলেকজেণ্ডাৰৰ মৃত্যুৰ পাচত তেওঁৰ ভায়েক নিকোলাছ ৰুছিয়াৰ সম্ৰাট হয়। ৰাজতন্ত্ৰ শাসনৰ অৰ্থ—শান্তি আৰু সুশৃঙ্খলতা আৰু প্ৰজাতন্ত্ৰ শাসনৰ অৰ্থ—অশান্তি আৰু অৰাজকতা—এই মত তেওঁ পোষণ কৰিছিল। আৰু তেওঁৰ ৰাজ্যত যাতে প্ৰজাতন্ত্ৰ শাসন প্ৰচলনৰ কোনো আলোচনা আদি হব নোৱাৰে তাৰ বাবে কঠোৰ

শাসন প্ৰণালীৰ ব্যৱস্থা কৰিছিল। ইউৰোপৰ ৰাষ্ট্ৰনীতি, সমাজনীতি আৰু অৰ্থনীতি সম্বন্ধীয় বাতৰি কাকত আৰু কিতাপ আদিৰ প্ৰচাৰ আইনৰ দ্বাৰায় বন্ধ কৰি দিছিল। দেশীয় বাতৰি কাকত নিয়ন্ত্ৰিত কৰি বক্তাসকলৰ কণ্ঠৰোধ কৰিছিল। আন কি বিশ্ববিদ্যালয়ৰ ছাত্ৰ-সংখ্যা পৰ্য্যন্ত কমাই দিছিল। ৰাষ্ট্ৰনীতি স্কুল কলেজত পঢ়োৱা বন্ধ কৰি দিছিল। কিন্তু সামৰিক স্কুলৰ সংখ্যা হলে বঢ়াই দিছিল। ৰুছিয়াৰ মানুহে বিদেশলৈ যোৱা নোৱাৰা হৈছিল আৰু বিদেশৰ পৰা কোনো মানুহ ৰুছিয়ালৈ আহিলে তেওঁৰ ওপৰত পুলিচে তীক্ষ্ণ দৃষ্টি ৰাখিছিল। সম্ৰাট নিকোলাছৰ মতে প্ৰজাৰ বিধি-নিষেধ অমান্য কৰা—সৰ্ব্ববিধ ৰাষ্ট্ৰীয় ব্যাধিৰ মূল, আৰু তাৰ একমাত্ৰ অব্যৰ্থ ঔষধ—কঠোৰ-তকৈও কঠোৰতৰ শাসন। নিকোলাছৰ দৃঢ় বিশ্বাস আছিল যে, এনেকৈয়ে ৰুছিয়াক তেওঁ ৰাষ্ট্ৰ-বিপ্লৱৰ পৰা ৰক্ষা কৰিব পাৰিব। এই সম্ৰাট নিকোলাছক 'Iron Tsar' অৰ্থাৎ নিষ্ঠুৰ সম্ৰাট বোলা হয়।

এই নিকোলাছৰ ৰাজত্বৰ কালত ৰুছিয়াত উৎপীড়নৰ শেষ সীমা পাইছিল। তেওঁৰ পাচত যদিও আলেকজেণ্ডাৰে ৰুছিয়াৰ সম্ৰাট হৈ কিছু ঢিলাভাৱে শাসন নীতি চলাইছিল তথাপিতো কিন্তু

প্ৰজাৰ হৃদয়ত বদ্ধমূল হোৱা অসন্তোষৰ বীজ নষ্ট কৰিব নোৱাৰিছিল। ১৮৬১ খৃষ্টাব্দত কাৰাকাজেয়া নামে এজন মানুহে সম্ৰাটক হত্যা কৰাৰ চেষ্টা কৰিছিল কিন্তু চেষ্টা সফল নহল। ইয়াৰ পাচৰ পৰা শাসন-নীতিৰ বিৰুদ্ধে এটি মহা আন্দোলন আৰম্ভ হয়। এই আন্দোলনৰ প্ৰধান নীতি আছিল—'Nehilism' বা ধ্বংসবাদ' বা 'নাস্তিত্ব'। এই 'নিহিলিষ্ট' বা ধ্বংসবাদী সকলৰ উদ্দেশ্য—দৰিদ্ৰক অন্ন দিয়া, জনসাধাৰণৰ অজ্ঞান আন্ধাৰ দূৰ কৰি জ্ঞানৰ পোহৰ দিয়া আৰু পুৰুষৰ সমানে তিৰুতাকো অধিকাৰ দিয়া। এই ধ্বংস-বাদৰেই নামান্তৰ 'Anarchism' বা অৰাজকতা অথবা Annarchist Commun ism বা অৰাজক —সমস্বত্ববাদ। সাধাৰণতে অৰাজকতা বুলিলে মানুহে ভয়ত উচাপ খাই উঠে। কিন্তু আচলতে সি সকলে ইয়াৰ মূলনীতি নাজানে। ইয়াৰ মূল এই যে,—ভূমি আৰু মূলধন ব্যক্তিবিশেষৰ হলে সমাজৰ সকলো প্ৰকাৰ বৈষম্য আৰু অত্যাচাৰৰ হেতু হয়। সেই দেখি এই দুয়োবিধ সৰ্ব্বসাধাৰণৰ হব লাগে আৰু এই উদ্দেশ্য সাধনৰ বাবে ৰাজশক্তিৰ বিধানৰ পৰিবৰ্ত্তন আৰু আৱশ্যক হলে তাৰ ঠাইত নতুন বিধান প্ৰৱৰ্ত্তন কৰিবলৈ ধ্বংসবাদী

সকল প্ৰস্তুত। এই মতবাদৰ প্ৰৱৰ্ত্তক আছিল বাকুণিন।

১৮৭৮ খৃষ্টাব্দত চেণ্ট্ পিটাৰ্ছবাৰ্গত 'ছাছুলিটাছ' নামে এগৰাকী মহিলাই পুলিচ জেনেৰেল ট্ৰেপফক হত্যা কৰে। এই ঘটনাৰ পৰা বিপ্লবী সকলে বেচি উৎসাহিত আৰু উত্তেজিত হয় আৰু ৰাজধানীৰ প্ৰকাশ্য ৰাজপথতে পুলিচৰ প্ৰধান কৰ্ম্মচাৰী মেজেণ্টছেফ্‌ক হত্যা কৰে আৰু চাৰককৰ গৱৰ্ণৰকো গুলী দিয়ে। ইয়াৰ পাচত ছোলোভিয়েফ্ নামে এজন ডেকাই সম্ৰাটক লক্ষ্য কৰি পাঁচবাৰ গুলী চলায় কিন্তু পাঁচোবাৰেই ব্যৰ্থ হয়। তিনিবাৰ সম্ৰাটৰ 'ট্ৰেইন' ধ্বংস কৰিবলৈ চেষ্টা কৰি ব্যৰ্থ হৈ শেষত প্ৰাসাদ সহ সম্ৰাটক উৰাই দিবৰ সঙ্কল্প কৰে আৰু উৰাই দিছিলো; কিন্তু যি সময়ত সম্ৰাট নিজৌ প্ৰাসাদলৈ আহে সেইদিনা তাতকৈ পলমকৈ অহাৰ বাবে ৰক্ষা পৰিছিল তাৰ পাচত ১৮৮১ খৃষ্টাব্দৰ ১৩ মাৰ্চ্চৰ দিনা সশস্ত্ৰ শৰীৰ ৰক্ষক, পুলিচ চিপাহী ইত্যাদিৰ চকুত ধূলি দি ছোফিয়া পেৰোদ্‌স্কায়া নামে এগৰাকী মহিলাৰ ইঙ্গিতত এক ঘাতকে সম্ৰাট দ্বিতীয় আলেকজেণ্ডাৰক বোমা মাৰি হত্যা কৰে।

# আধুনিক ৰুছিয়া।

ৰুছিয়াৰ "Socialist Democratic Party" অৰ্থাৎ 'গণতান্ত্ৰিক সমস্বত্ববাদীদলৰ' ওপৰত কৰ্তৃপক্ষৰ সদায় তীক্ষ্ণ দৃষ্টি আছিল আৰু সেই দেখি তেওঁলোকে ৰুছিয়াত সভাসমিতি কোনো পাতিব নোৱাৰিছিল। ১৯০৩ চনত এই দলৰ লণ্ডন নগৰত এটি অধিবেশন বহুৱায়। এই অধিবেশনত আন আন বিষয়ৰ ভিতৰত এইটোও আছিল যে কোনে এই দলৰ সদস্য হব পাৰিব? এই কথাত মাৰ্টফে ( martoff ) কৈছিল যে, যি এই দলৰ কাৰ্য্যপ্ৰণালী অনুমোদন কৰিব, টকা পইছাৰে দলক সহায় কৰিব আৰু দলৰ নিৰ্দ্দেশ অনুসৰি কাৰ্য্যত সহযোগীতা কৰিব তেওঁৰেই ইয়াৰ সদস্য হব পাৰিব। লেনিনে ইয়াৰ এটি সংশোধনি প্ৰস্তাৱ দিছিল। তেওঁৰ সংশোধন প্ৰস্তাৱতো আছিল এই যে এই দলৰ কাৰ্য্যপ্ৰণালী অনুমোদন আৰু টকা-পইচাৰে সহায় কৰাৰ বাহিৰেও যি ইয়াৰ সদস্য হবৰ ইচ্ছা কৰিব তেওঁ ইয়াৰ অনুষ্ঠিত কাৰ্য্যত যত্নেৰে

লৈতে সংযোগীতা কৰিব । লেনিনৰ এই সংশোধনি প্ৰস্তাৱ মাত্ৰ তিনটি বেচি ভোটৰ বলত গৃহীত হয়। লেনিনে এই ভোটৰ আধিক্য পোৱাৰ বাবে তেওঁৰ দলৰ নাম হ'ল 'বলছেভিক' আৰু কম ভোট পোৱা দলৰ নাম হ'ল 'মানছেভিক'। ৰুছীয় ভাষাত আধিক্যৰ প্ৰতিশব্দ 'Bolsheviki' বা "বলছেভিকী"। 'Bol shevism' "বলছেভিক'মৰ" এই 'বলছেভিকী' শব্দৰ পৰাই উৎপত্তি। যি 'বলছেভিজমে' আজি নিখিল পৃথিবীত এটি অনিৰ্দ্দিষ্ট ভয় আশা আৰু আশ্চৰ্য্যৰ সঞ্চাৰ কৰিছে —বৃটিছ সাম্ৰাজ্যৰ ৰাজধানী লণ্ডন নগৰীতেই ইয়াৰ এনেদৰে আবিৰ্ভাব।

এই ১৯০৩ চনতে লেনিনে কাৰ্ল মাৰ্কছৰ অৰ্থনৈতিক প্ৰধান সূত্ৰ তিনিটিৰ কৃষক আৰু বনুৱাসকলৰ অনুকূলে ব্যাখ্যা কৰি এটি নতুন মত স্থাপন কৰে। লণ্ডন অধিবেশনৰ পৰা ৰুছিয়াৰ গণতান্ত্ৰিক সমষ্টবাদী সকল দুই দলত ভাগ হল। সংখ্যাত বেচি দল বলছেভিক আৰু কম দল মানছেভিক। লেনিনৰ দলৰ নাম বলছেভিক আৰু তেওঁলোকে অনুসৰণ কৰা নীতিৰ নাম হল বলছেভিকবাদ বা লেনিনবাদ।

লেনিনে মাৰ্কছৰ সূত্ৰ তিনটিক একেবাৰে

ব্যাখ্যা কৰিছে :—(১) "Economic Materia-lism" বা আৰ্থিক বস্তুতন্ত্ৰ। ধনচিন্তা জগতৰ স্থিতিৰ মূল। উদৰ পূৰণৰ আৱশ্যকতাৰ ওপৰত নিৰ্ভৰ কৰি—সমাজৰ স্থায়িত্ব। মানুহৰ পেট ভৰাই খাবলৈ পোৱা—যি জন্মগত অধি-কাৰ সেই অধিকাৰৰ পৰা ন্যায় যুক্তিমতে কোনোৱে তাক বঞ্চিত কৰিব নোৱাৰে। এই একমাত্ৰ ক্ষুধা নিবাৰণৰ বাবেই ধনৰ প্ৰয়োজন।

দ্বিতীয় সূত্ৰটি হৈছে Surplus Wealth বা অনুপাৰ্জ্জিত ধন। উত্তৰাধিকাৰী সূত্ৰে পোৱা জমিদাৰী, কল-কাৰখানা, চাহবাগিছা আৰু মহা-জনী কাৰবাৰ ইত্যাদিয়েই অনুপাৰ্জ্জিত ধন। এনেকৈ পোৱা ধনক কোনো ন্যায় যুক্তিৰ দ্বাৰা সমৰ্থন কৰিব নোৱাৰি। জমিদাৰ বাণিজ্যৰ বা কাৰখানাৰ মালিক সকলৰ সাধাৰণ ভাৱে জীৱন যাপনৰ নিমিত্তে যি ধনৰ আৱশ্যক তাতকৈ বেচি হোৱা ধন Surplus বা অনুপাৰ্জ্জিত। গতিকে এই ধনত তেওঁলোকৰ কোনো অধিকাৰ থকা উচিত নহয়। এই ধন সমাজৰ সমষ্টিৰ দ্বাৰায় উপাৰ্জ্জিত আৰু সেইদেখিই সমাজৰহে সম্পত্তি। সমাজৰ সক্ষম মানুহ মাত্ৰেই নিজ সামৰ্থ্য অনুসাৰে পৰিশ্ৰম

কৰি এই উদ্বৃত্তধন ভঁড়াল বৃদ্ধি কৰিবলৈ বাধ্য। ৰাষ্ট্ৰই এই উদ্বৃত্তধনৰ ভঁড়ালৰ পৰা প্ৰত্যেক মানুহকে তেওঁৰ যথাযথ প্ৰয়োজন অনুসাৰে ধন ভগাই দিব। কোনো মানুহে নিজে পৰিশ্ৰম নকৰাকৈ আনৰ শ্ৰমৰ ধন ভোগ কৰিব নোৱাৰে। এয়েই কমুনিজম বা ধন সাম্যবাদ।

তৃতীয় সূত্ৰটো হৈছে শ্ৰেণী বিৰোধ। (class war) অৰ্থাৎ সমাজৰ উচ্চ-নীচ শ্ৰেণীৰ মাজত বিৰোধ সৃজন কৰি ভেদভাৱ ধ্বংস কৰি সাম্যস্থাপন কৰা। যিহেতু আভিজাত্য আৰু মধ্যবিত্তসম্প্ৰদায়ৰ মানুহক যুক্তি দ্বাৰায় বুজাই তেওঁলোকৰ নিজ অধিকাৰ ত্যাগ কৰিবলৈ কোনোমতে সন্মত কৰাব নোৱাৰি, গতিকে বল প্ৰয়োগ কৰি সেই কাম সমাধা কৰিব লাগে। এই কাৰণে কৃষক আৰু শ্ৰমিকসকলে সশস্ত্ৰ অভিযান কৰিব লাগে। লেনিনৰ মতে সশস্ত্ৰ বিপ্লৱৰ কথা বাদদিলে মাৰ্ক্সৰ বিপ্লৱবাদ অৰ্থহীন হয়।

১৯১৪ খৃষ্টাব্দত ইউৰোপত মহাযুদ্ধৰ অগনি জ্বলি উঠে। বলছেভিকসকলে ভাবিলে যে ধনী-সম্প্ৰদায়ৰ প্ৰেৰণা আৰু উত্তেজনৰ বাবে এই যুদ্ধ জ্বলি উঠিছে আৰু ইয়াৰ যোগাণ দিছে তেওঁলোকে। গতিকে এই যুদ্ধ যিমান সোনকালে পাৰা যায় শেষ

কৰি দিয়াকে তেওঁলোকে কৰ্ত্তব্য বুলি ভাবিলে। তেওঁলোকে ভাবিলে যে যুদ্ধলৈ যিমান শ্ৰমিক আৰু কৃষক নানা দেশৰ পৰা সৈন্যৰূপে আহিছে সেইসকলৰ ভিতৰত একতা স্থাপন কৰিব পাৰিলে সন্ধিস্থাপন সম্ভৱপৰ হ'ব আৰু তেওঁলোকে ইয়াৰ বাবে চেষ্টা কৰিব ধৰিলে। জাৰ্ম্মানীৰেও ৰুছিয়াৰ লগত স্বতন্ত্ৰ সন্ধিৰ চেষ্টা কৰিলে। ৰুছিয়াৰ প্ৰজা সাধাৰণেও সন্ধিস্থাপনৰ অনুকূলে আছিল। ঠিক সেই সময়ত ৰুছিয়াত খাদ্য বস্তুৰ অত্যন্ত অভাৱ হৈ উঠে আৰু অভাৱ ক্ৰমে দুৰ্ভিক্ষত পৰিণত হয়। দৰিদ্ৰ কৃষক আৰু শ্ৰমিকসকল উন্মত্ত হৈ উঠে। ইয়াৰ ফলত প্ৰথমে সম্ৰাট সিংহাসনচ্যুত পাছত সপৰিবাৰ নিহত হয়। কেৰেন্স্কিয়ে নতুন গৱৰ্ণমেণ্ট স্থাপন কৰে, কিন্তু ১৯১৭ খৃষ্টাব্দৰ নৱেম্বৰ মহত এই গৱৰ্ণমেণ্টৰ পতন হয়। ইয়াৰ পাছত লেনিন ট্ৰট্স্কি প্ৰভৃতিয়ে নতুন গৱৰ্ণমেণ্ট প্ৰতিষ্ঠা কৰে। এই গৱৰ্ণমেণ্টেই বলছেভিক গৱৰ্ণমেণ্ট।

# বলছেভিক ছোভিয়েট গৱৰ্ণমেণ্ট

১৯১৭ খৃষ্টাব্দৰ ৭ নবেম্বৰ তাৰিখে বলছেভিক-দলে গৱৰ্ণমেণ্ট হাতত লৈয়েই ৮ নবেম্বৰৰ দিনা তেওঁলোকে ঘোষণা কৰিলে যে ব্যক্তিগত ভূসম্পত্তি সেইদিনৰ পৰা কাহিয়াত উঠি গল। জমিদাৰী খাচ-মহল, দেৱোত্তৰ প্ৰভৃতি সকলো জমি ৰাষ্ট্ৰীয় সম্পত্তি বুলি ঘোষণা কৰিলে। প্ৰত্যেক জিলাতে একোটা-কৈ সমিতি স্থাপন কৰিলে আৰু মাটী সম্বন্ধীয় সকলো ব্যৱস্থাৰ ভাৰ সেই সমিতি বিলাকৰ হাতত দিয়ে। কৃষক প্ৰতিনিধিৰ দ্বাৰায় সেই সমিতি বিলাক গঠিত কৰা হয়। সমিতিৰ নাম ৰখা হয়—কৃষক প্ৰতিনিধি জিলা সমিতি। (District Soviet of Peasant deputies.) মাটীৰ আবাদকৰোঁতা সকলকহে মাটীৰ অধিকাৰ দিয়া হয়।

১০ নবেম্বৰৰ দিনা ঘোষণা কৰিলে যে স্থানীয় ছোভিয়েট কৰ্মীসকলক লৈ স্থানীয় শান্তিৰক্ষাৰ বাবে সেনাদল গঠিত কৰিব। ইয়াৰ পাচত হুকুম জাৰী হল যে শ্ৰমিকসকলে দিনত

৮ আঠ ঘণ্টাৰ বেচি কাম কোনোমতেই কৰিব নালাগিব। ২৩ নবেম্বৰৰ দিনা ঘোষণা কৰিলে যে যি সকল শ্ৰমিক আকস্মিক দুৰ্ঘটনাৰ বাবে কাম কৰিবলৈ অসমৰ্থ হব তেওঁলোকক পেঞ্চন দুগুণ কৰি দিয়া হব। সেইদিনাই আৰু ঘোষণা কৰিলে যে সমাজত পদমৰ্য্যাদাভেদ, শ্ৰেণী-ভেদ, উপাধি প্ৰভৃতি কোনো ভেদচিহ্ন নাথাকিব— সকলোৱে সমান। ২৫ নবেম্বৰৰ দিনা হুকুম দিলে যে ব্যৱসায়ীসকলে অধিক লাভ লব নোৱাৰিব। ২৯ নবেম্বৰ দিনাৰ আদেশত কাৰখানা সংলগ্ন যিমান চিকিৎসালয় আছে সেইবিলাকক "বেমাৰী-শ্ৰমিক-সংস্থানৰ" (Worker's Sick Funds) অধীন কৰি দিয়া হয়। যি কাৰখানাত চিকিৎসাৰ কোনো ব্যৱস্থা নাই সেই কাৰখানাৰ মালিক সকলৰ প্ৰতি আদেশ হ'ল যে তেওঁলোকে এই "বেমাৰী-শ্ৰমিক-সংস্থানৰ" অধীনত চিকিৎসালয় প্ৰতিষ্ঠা ক'ৰবলৈ যি টকাৰ দৰ্কাৰ তাক দিব লাগিব। সেইদিনাই আৰু আদেশ হ'ল যে, শ্ৰমশিল্প, বাণিজ্য, ঋণৰ আদান প্ৰদান কৃষি, যান-বাহন আদি আৰু সকলো-ৰকম বস্তুৰ উৎপাদনৰ বাবে সহযোগীতামূলক যিমান প্ৰতিষ্ঠান আছে সেই সকলোবিলাকে কৰ্ম্মী-সঙ্ঘৰ তলতীয়া কৰি দিয়া হয়।

১লা ডিচেম্বৰ দিনা সেনাবিভাগৰ কৰ্ম্মচাৰী সকলৰ উচ্চ-নীচ ভেদ উঠাই দি সকলোৰে বেতন সমান কৰি দিয়া হয় আৰু সাধাৰণ সৈনিককো সেনাপতি নিৰ্ব্বাচনৰ ক্ষমতা দিয়া হয়। ইয়াৰ পাচত মাটী বন্ধক ৰখা বেঙ্ক আৰু আন আন অভিজাত সকলৰ বেঙ্ক উঠাই দিয়া হয়। বিদেশত ৰাজদৰবাৰত যিসকল দূত আছিল সিইতক পদচ্যুত কৰা হয়। ১৩ ডিচেম্বৰৰ দিনা বিদেশত তৈয়াৰ হোৱা কৃষিযন্ত্ৰ আদিৰ ব্যৱসায় গৱৰ্ণমেণ্টৰ একচেটীয়া কৰি লোৱা হয়,—উদ্দেশ্য গৱৰ্ণমেণ্টে আৱশ্যক অনুযায়ী বিনালাভে কৃষক সকলক এই যন্ত্ৰপাতি বিলাক যোগাব। কৰ্ম্মীসঙ্ঘৰ কৰ্ম্মীসকলৰ বীমা বাধ্যতামূলক কৰি দিয়া হয়। আন্তৰ্জ্জাতিক কৰ্ম্মীসঙ্ঘ সাহায্যাৰ বাবে প্ৰায় তিনিলাখ আৰু শিক্ষকসকলক প্ৰায় ওঠৰ লাখ টকা দিবৰ আদেশ হয়। বলছে'ভিকদলে ৰুছিয়াৰ শাসনভাৰ হাতত লৈয়েই ২ মাহৰ ভিতৰতে এই বিলাক সংস্কাৰ কৰিলে। ইয়াৰ পাচত ১৯১৮ চনৰ ১০ জুলাইৰ দিনা নিখিল ৰুছ চোভিয়েট কংগ্ৰেছৰ (All Russia Congress of Soviets) এখন অধিবেশন হয়। এই কংগ্ৰেছত ৰুছৰাজ্য কৰ্ম্মী, সৈনিক, কৃষক আৰু শ্ৰমিক প্ৰতিনিধিৰ দ্বাৰায় শাসিত সাধাৰণতন্ত্ৰ বুলি স্থিৰ কৰা হয়।

এই কংগ্ৰেছত স্থিৰ হয় যে সমাজৰ এক শ্ৰেণীৰ মানুহে নিজৰ স্বাৰ্থৰ বাবে আনৰ ধন-সম্পত্তি আত্মসাৎ কৰিব নোৱাৰিব। সমাজত শ্ৰেণীবিভাগ নাথাকিব। যি সকলে আনৰ ধন স্বাৰ্থৰ বাবে আত্মসাৎ কৰিব সি সকলক আইনেৰে দমন কৰা হব। ব্যক্তিবিশেষৰ ভূ-সম্পত্তি নাথাকিব। সাগৰ, বন আৰু খনি ৰাষ্ট্ৰীয় সম্পত্তি হব। দেশৰ বেঙ্ক ৰাষ্ট্ৰীয় সম্পত্তি হব। সকলোৱেই পৰিশ্ৰম কৰিব লাগিব। দৰিদ্ৰ, শ্ৰমজীৱি আৰু কৃষকৰ সম্পূৰ্ণ সৰ্ব্ববিষয়ৰ শিক্ষা দিবৰ ব্যৱস্থা গৃহীত হয়।

ছোভিয়েট ৰুছিয়াৰ শাসন প্ৰণালী সম্বন্ধে বল্‌ছেভিকবাদৰ ঘোৰ বিৰোধী একজন ইংৰাজ লেখকেও ১৯২১ খৃষ্টাব্দৰ এপ্ৰিল মাহত "The Nation & the Athenaeum" নামক আলোচনী এখনত লেখিছে—"লেনিনৰ অভিপ্ৰায় এই যে কৃষকৰ মাটীত যি শস্য উৎপন্ন হব তাৰ দহ ভাগৰ এভাগ কৰস্বৰূপে দিব লাগিব; কৃষিৰ উন্নতি হলে শস্যৰ এই দহ ভাগৰ এভাগেই যি সকলে কৃষি নকৰে—সি সকলৰ বাবে যথেষ্ট হব। যি সকল নগৰত থাকে, বেলেগ শ্ৰমশিল্পত নিযুক্ত, যি সকল ৰাষ্ট্ৰীয় কাৰ্য্যত নিযুক্ত—সি সকলেই অকৃষক শ্ৰেণী।

শস্যৰ উৎপাদক আৰু খাদকৰ মাজত কোনো ব্যৱসায়ী থাকিব নোৱাৰে। যিবোৰ আৱশ্যকীয় বস্তু দেশত পোৱা নাযায় সেইবোৰক দেশত তৈয়াৰ কৰাৰ ব্যৱস্থা কৰিছে আৰু যিমানদিন দেশত তৈয়াৰ নহয়—তিমানদিন ৰাষ্ট্ৰই নিজে সেইবোৰ বস্তু বিদেশৰ পৰা আনি জনসাধাৰণক দিব। কোনো মানুহে বা কোম্পানীয়ে ইয়াৰ ব্যৱসায় কৰিব নোৱাৰে। কৃষকৰ প্ৰয়োজনৰ বাহিৰে যি শস্য অৱশিষ্ট থাকিব তাক ৰাষ্ট্ৰই উচিত দামত কিনি নিয়ে। কেঁচুৱা লৰা-ছোৱালীৰ বাবে 'শিশু-নিবাস' স্থাপিত হৈছে। ইয়াৰ বাহিৰেও যাৰ ৩ বছৰৰ পৰা ৭ বছৰ বয়স—সি সকলৰ বাবেও বেলেগ 'শিশু-নিবাস' আছে। এই সকল লৰা-ছোৱালীৰ ভিতৰত যিবিলাকৰ স্বাস্থ্য বেয়া, সিবিলাকৰ বাবে 'স্বাস্থ্য-নিবাস'ৰ বেলেগ বন্দোবস্ত আছে।"

মিঃ গুড্ নামে এজন ইংৰাজে স্বচক্ষে কছিয়া দেখি আহি কৈছিল—"মই পৃথিবীৰ যিমান দেশ দেখিছো। তাৰ ভিতৰত কছ গৱৰ্ণমেণ্টে ল'ৰা ছোৱালীৰ ভালৰ বাবে যিমান চিন্তা কৰে আৰু চেষ্টা কৰে আন কোনো দেশৰ গৱৰ্ণমেণ্টে তিমান চিন্তা বা চেষ্টা কৰা দেখা নাই। মই মোৰ জীৱন কেৱল শিক্ষা কাৰ্য্যত অতিবাহিত কৰিছো।

পণ্ডিতক মই কব পাৰোঁ যে এই সম্বন্ধে মই যি কৈছো—তাক বিশেষজ্ঞৰ অভিজ্ঞতাৰ পৰাহে কৈছো। ষোল বছৰ পৰ্য্যন্ত লৰা ছোৱালীক জীৱন ধাৰণৰ আৱশ্যকীয় সকলো বস্তুকে বিনামূল্যে দিয়া হয় কিন্তু সেইবুলি বেয়া বস্তু দিয়া নহয় অতি উৎকৃষ্ট বস্তুহে দিয়া হয়। দেশত আনৰ যিয়ে নহক লৰা ছোৱালীৰ কিন্তু কেতিয়াও কোনো কষ্ট নহয়। লৰা ছোৱালীৰ শিক্ষাৰ বাবেও যথেষ্ট বন্দোবস্ত আছে আৰু কি যুৱক সকলৰ কাৰণেও ব্যায়ামাগাৰ, পাঠাগাৰ বিশ্ববিদ্যালয় ইত্যাদি স্থাপিত হৈছে।"

এই গ'ল ল'ৰা-ছোৱালীৰ ব্যৱস্থা। গৰ্ভৱতী তিৰোতাৰ বাবেও চিকিৎসা, শুশ্ৰূষা আৰু পুষ্টিকৰ খাদ্যাদিৰ যথেষ্ট ব্যৱস্থা আছে। লৰা ছোৱালীৰ শিক্ষাৰ বিষয় আৰু প্ৰনালী সম্পূৰ্ণ আধুনিক বিজ্ঞান সম্মত। শাৰীৰিক পৰিশ্ৰমৰ কাম যে মানসিক পৰিশ্ৰমৰ কামতকৈ কোনো গুণে হীন নহয়—দুয়োবিধ-কামেই যে সমান সম্মানযোগ্য—তাক সৰু কালৰে পৰা ল'ৰা ছোৱালীৰ হৃদয়ত সোমাই দিয়া হয়। খ-ধেমালিৰ বন্দোবস্তৰো ত্ৰুটি নাই। ষোল বছৰলৈকে লৰা-ছোৱালী উভয়ে এনেকুৱা শিক্ষাধীনত থাকিবলৈ আইন অনুসাৰে বাধ্য। এই শিক্ষা আৰু শিক্ষাৰ সময়ৰ সকলো খৰছ গৱৰ্ণমেণ্টে প্ৰত্যেকক দিয়ে।

বলছেভিকদলে সমষ্টিবাদ গ্ৰহণ কৰিলেও এনাৰ্কিষ্টই সন্তুষ্ট হৈ থাকিব নোখোজে। তেওঁলোকে দেশ নিৰ্ব্বিশেষে সৰ্ব্ব মানৱ জাতিকে ধনী আৰু অভিজাত্য সম্প্ৰদায়ৰ অত্যাচাৰৰ পৰা মুক্ত কৰিব খোজে। তেওঁলোকে কয়—ধন-সাম্ৰাজ্যবাদৰ লগত যোগ হৈ আছে। দৃষ্টান্ত হিচাপে তেওঁলোকে ইউৰোপৰ গত মহাযুদ্ধৰ কথা উল্লেখ কৰে। গত জাৰ্ম্মাণ যুদ্ধত যে অগণিত নৰবলি দিয়া হ'ল অসংখ্য তিৰোতাক পুত্ৰহাৰা আৰু স্বামীহাৰা কৰা হ'ল ইয়াত ভগৱান প্ৰসন্ন হৈ কাক কি দিলে? দিলে—ধনীক আৰু বেছি ধন, ক্ষমতাপ্ৰিয়সকলক আৰু বেছি প্ৰভুত্ব, ৰাজশক্তিক বিজয় গৌৰৱ কিন্তু দৰিদ্ৰক দিলে আৰু বেছি দাৰিদ্ৰ্য। সুত খোৱা ধনীসম্প্ৰদায়ে দিলে ৰাষ্ট্ৰক-ধাৰ, ব্যৱসায়ী ধনীয়ে দিলে ৰণ সম্ভাৰ কিন্তু দৰিদ্ৰই দিলে ধন আৰু প্ৰাণ। আমেৰিকাৰ উপৰিও ইংলণ্ড, ফ্ৰান্স, বেলজিয়াম আদি জাতি ধৰুৱা। লাভৰ ভিতৰত এইসকল দেশৰ ৰাজস্ব যুদ্ধ ঋণ পৰিশোধ কৰোঁতেই বেছিৰ ভাগ খৰছ হৈছে, দেশৰ কল্যাণকৰ কামৰ বাবে একো বাকী থকা নাই। ইয়াৰ উপৰিও দৰিদ্ৰ প্ৰজাৰ ওপৰত কৰৰ ভাৰ আৰু বেছিহে পৰিছে। কিন্তু ইপিনে ধনী সম্প্ৰদায়ে ক্ৰমান্বয়ে আৰু বেছি ধনী হৈছে।

ধবিস্নই ক্রমান্বয়ে দাবিদ্ৰাৰ চৰমসীমাত উপস্থিত হৈছে। যাতে এই ব্যৱস্থাৰ অৱসান হয় বুলছেভিক সকলে এই বাবে ছোভিয়েট কংগ্ৰেছৰ তৃতীয় অধি বেশনত স্থিৰ কৰে যে—

ধনবাদ আৰু সাম্রাজ্যবাদ উভয়ে মিলিত হৈ পৃথিবীত্ৰ ভেজৰ নৈ বোৱাইছে। এই ধনবাদ আৰু সাম্রাজ্যবাদৰ পৰা মানৱ জাতিক ৰক্ষা কৰিব লাগে। যিসকল সৈন্যই এতিয়া পৰস্পৰে যুদ্ধ কৰিছে সি-সকলৰ ভিতৰত ভ্ৰাতৃভাৱ স্থাপন কৰিব লাগে। শ্ৰমিক আৰু কৃষক সকলক ভ্ৰাতৃভাৱে মিলিত কৰিব লাগে। দৰ্কাৰ হলে ইয়াৰ বাবে বিপ্লবৰ পথ অবলম্বন কৰিবলৈও আপত্তি নাথাকিব। তেওঁলোকে আনৰ ৰাজ্য আক্ৰমণ নকৰিব। সকলো ৰাজ্যই নিজ নিজ শাসনতন্ত্ৰ চলাবলৈ সমৰ্থ হব। কৃষক আৰু শ্ৰমিকে যাতে সকলো বিষয়ৰ জ্ঞান লাভ কৰিব পাৰে তাৰ বাবে সকলোকে অবৈতনিক ভাৱে সকলো বিষয়তে শিক্ষা দিব লাগে। যি শ্ৰম নকৰিব সি খাব নাপাব।

ৰুছিয়াৰ বৰ্তমান শাসন প্ৰনালী সম্বন্ধে ইংলণ্ডৰ শ্ৰমিক নেতা মিঃ কুকে কৈছে—"মই ৰুছিয়াত যি দেখিলো সি যেন এটি সুন্দৰ সপোন; তোমালোকে যি কৰিছা আমিও তাকেই কৰিব লাগিব।" ("All I have seen in Russia is a beautiful dream—what you have done we must do")

# লেনিনৰ সম-স্বত্ববাদ।

১৯০৩ খৃষ্টাব্দত লেনিনে মার্কছৰ "দাছ কেপিটেল" (Das capital) নামক কিতাপ খনৰ প্ৰধান সূত্ৰতিনটাৰ নতুন ব্যাখ্যা কৰে। তেওঁৰ আগেয়ে ৰুছিয়াৰ মধ্যবিত্তশিক্ষিত ৰাজনীতিক সকলে ৰাষ্ট্ৰিয় ক্ষমতা আমোলাতন্ত্ৰৰ হাতৰ পৰা লবৰ বাবে কৃষক আৰু শ্ৰমিকসকলক যন্ত্ৰ স্বৰূপ ব্যৱহাৰ কৰিছিল।

মার্কছৰ "দাছ কেপিটেলৰ" প্ৰধান সূত্ৰ তিনিটি এই:— (১) (Economic Materialism) অৰ্থাৎ—অন্নচিন্তাই জগতৰ স্থায়ীত্ব ৰক্ষাৰ মূল শক্তি। (২) (Surplus wealth) অৰ্থাৎ অনুপাৰ্জ্জিত সম্পত্তি। যি সকলে নিজে কোনো পৰিশ্ৰম নকৰাকৈ এনেয়ে বহি বহি আনৰ পৰিশ্ৰম লব্ধ ধনৰ ওপৰত খায়। (class war) অৰ্থাৎ— শ্ৰেণী বিৰোধ সৃজন কৰি সমাজৰ শ্ৰেণীবিভাগ ধ্বংস কৰা।

অন্ন চিন্তাই যে জগতৰ স্থায়ীত্বৰ একমাত্ৰ মূল তাক লেনিনে ভালদৰে ব্যাখ্যা কৰে। তেওঁ কৈছিল যে খাবলৈ নাপালে আইন কোনো কথাই

উঠিব নোৱাৰে। প্ৰথমতে সকলো মানুহৰ খোৱাৰ সংস্থান হোৱা উচিত আৰু তাৰ পাচতহে আইন চিন্তা। খাবলৈ নাপালে মানুহে কোনো কামেই কৰিব নোৱাৰে, গতিকে প্ৰত্যেক মানুহৰ প্ৰথম প্ৰধান কামেই হৈছে--খোৱাৰ সংস্থান জোগাৰ কৰা। দ্বিতীয়তে তেওঁ কৈছিল যে কোনো মানুহে আনৰ পৰিশ্ৰমৰ ওপৰত খোৱা উচিত নহয়। কোন ন্যায় যুক্তিৰ বলত জমিদাৰ সকলে পুৰুষানুক্ৰমে জমিদাৰী উপস্বত্ব ভোগ কৰে অথচ কৃষক প্ৰজাসকলে প্ৰাণপাত কৰিও সামান্য ভৰণ পোষণৰো সংস্থান কৰিব নোৱাৰে? কোন ন্যায় যুক্তিৰ বলত কল-কাৰখানা চাহ বাগিছা আদিৰ মালিক সকলে অসংখ্য শ্ৰমিকৰ তেজ শুহি সিহঁতক অৰ্দ্ধাশণ অণশনত ৰাখি অৰ্দ্ধনগ্ন কৰি অস্বাস্থ্যকৰ ঘৰত থাকিবলৈ দি নিজে স্বয়ং ৰাজ-প্ৰাসাদৰ নিচিনা ঘৰত থাকি ভোগ বিলাসত মগ্ন থাকে? এই বোৰৰ কাৰণেই লেনিনে কৈছিল যে জমিদাৰ, কাৰখানাৰ মালিক নাইবা চাহ বাগিছাৰ মালিক সকলে সৰ্ব্ব সাধাৰণৰ লৈতে সমপৰ্য্যায়ত জীৱণ-যাত্ৰা নিৰ্ব্বাহ কৰিবলৈ যি ধনৰ আৱশ্যক—তাৰ অতিৰিক্ত ধনেই—অনুপাৰ্জ্জিত ধন। এই অতিৰিক্ত ধনত তেওঁলোকৰ কোনো

তাৰ সমস্ত অধিকাৰ নাই আৰু থাকিবও নোৱাৰে। এই ধন সমাজৰ সমষ্টি শক্তিৰ দ্বাৰায় অৰ্জ্জিত; গতিকে ই সমাজৰ সাধাৰণ সম্পত্তি। শ্ৰম নকৰি কোনোৱেই ধন গ্ৰহণ কৰিব নোৱাৰে। লেনিনৰ মতে সমাজৰ উচ্চনীচ শ্ৰেণী বিভাগ থকা উচিত নহয়। শ্ৰেণী বিভাগ থাকিলেই ভেদ-ভাব আহিব আৰু ভাৰ লগে লগে এটিয়ে আনটীৰ ওপৰত প্ৰভুত্ব বিস্তাৰৰ বাবে নানা কল-কৌশল উলিয়াব আৰু লগে লগে সিহঁতক অৰ্থ নৈতিক ৰাজনৈতিক আৰু সমাজনৈতিক বিষয়ত শোষণ কৰি সিহঁতৰ মনুষ্যত্ব নষ্ট কৰিব। গতিকে বৰ্ত্তমান সমাজৰ চলিত শ্ৰেণী বিলাকৰ মাজত বিৰোধতাৰ সৃজন কৰি দি শ্ৰেণী বিভাগবোৰক ধ্বংস কৰা। লেনিনে বুজিছিল যে যুক্তি তৰ্কৰ দ্বাৰায় ধনী, অভিজাত, পুৰোহিত আৰু ধৰ্ম্মযাজক শ্ৰেণীক বুজাই বঢ়াই তেওঁলোকৰ অন্যায় অধিকাৰ স্বইচ্ছায় একৰাৱলৈ কোনো কালেও সম্ভৱ নহব। গতিকে এই অন্যায় অধিকাৰৰ পৰা বল প্ৰয়োগকৰিয়েই তেওঁলোকক বঞ্চিত কৰা নিতান্ত দৰ্কাৰ। এই বাবে কৃষক আৰু বনুৱা সকলৰ সশস্ত্ৰ অভিযান প্ৰয়োজন। তেওঁ কৈছিল—"সশস্ত্ৰ বিপ্লৱৰ কথা বাদ দিলে মাৰ্কছৰ বিপ্লৱবাদ অৰ্থহীন হয়। তেওঁৰ

মতে সশস্ত্র বিপ্লবৰ দ্বাৰায় ৰাষ্ট্ৰ আৰু সমাজ গঠন কৰিবলৈ শ্ৰমিক আৰু কৃষক সকলৰ মনোনীত এজনক কিছু দিনৰ বাবে সৰ্ব্বে-সৰ্ব্বা নিৰ্ব্বাচন কৰি লৈ তেওঁৰ মতে ৰাজ্য চলোৱা আৱশ্যক। নতুন ৰাষ্ট্ৰ আৰু সমাজ গঠণ হলে শ্ৰমিক আৰু কৃষকৰ পাৰ্লামেণ্ট স্থাপিত হব আৰু তেতিয়া আপোনা আপুনি এক 'নায়কত্ব' লোপ পাব।



## নিহিলিজম, এনাৰ্কিজম

### বা

### ধ্বংস বাদ।



১৮৬১ খৃষ্টাব্দত কাৰাকাজোৱা নামে এজন ডেকাই ৰুছ সম্ৰাটক হত্যা কৰাৰ চেষ্টা কৰে— যদিও কৃতকাৰ্য্য হব নোৱাৰিলে। কিন্তু এই ঘটনাৰ পৰা তেওঁৰ শাসন-নীতিৰ বিৰুদ্ধে এটি মহা আন্দোলন চলে। এই আন্দোলনৰ প্ৰধান নীতি ধ্বংসবাদ বা নিহিলিজম। এই মত বাদৰ প্ৰবৰ্ত্তক মাইকেল বাকুনিন।

১৮১৪ খৃষ্টাব্দত মাইকেল বাকুনিনে ৰুছিয়াত জন্ম গ্ৰহণ কৰে। পোন্ধৰ বছৰ বয়সত তেওঁ পিটাছবাৰ্গৰ কোনো এটা সামৰিক স্কুলত ভৰ্ত্তি হয় আৰু তাৰ পাচত তেওঁ সামৰিক বিভাগত সোমায়। ১৮১৪ খৃষ্টাব্দত পোলাণ্ডত বিদ্ৰোহ হয়। এই বিদ্ৰোহ দমনৰ বাবে ৰুছ গৱৰ্ণমেণ্টে এনে অমানুষিক অত্যাচাৰ কৰিছিল যে সেই নিৰ্য্যাতনৰ বীভৎস দৃশ্য দেখি বাকুনিনৰ মন আন ফালে ঢাল খায় আৰু তেতিয়াৰে পৰা তেওঁ স্বেচ্ছাচাৰিতাৰ প্ৰধান বিৰোধী হৈ উঠে আৰু তেতিয়াই তেওঁ সামৰিক বিভাগৰ পদো ত্যাগ কৰে।

ইয়াৰ পাচত তেওঁ মস্কোলৈ গৈ তাত ছবছৰ-কাল দৰ্শন শাস্ত্ৰ আলোচনা কৰে। ১৮৫১ খৃষ্টাব্দত তেওঁ পঢ়িবলৈ জাৰ্ম্মাণীলৈ যায় আৰু সেই সময়তে তেওঁৰ মতৰ পৰিবৰ্ত্তন হয় আৰু বিপ্লৱ পন্থী হৈ উঠে। এই বছৰতে তেওঁ গৱৰ্ণমেণ্টৰ বিষদৃষ্টিত পৰি বাধ্য হৈ ছুইট্জাৰলেণ্ডত আশ্ৰয় লবলগীয়াত পৰে। ছুইট্জাৰলেণ্ডত থকা সময়তে তেওঁৰ এদল জাৰ্ম্মান কমিউনিষ্টৰ লগত পৰিচয় হয়। তাতো পুলিচৰ উৎপাতত থাকিব নোৱাৰি তাৰ পৰা তেওঁ পেৰিচলৈ যায়। পেৰিছত তেওঁ

চাৰি বছৰ থাকে আৰু এই কেই বছৰত তেওঁ বহুতো অভিজ্ঞতা লাভ কৰে। সেইকিচত থকা কালতে তেওঁৰ প্ৰুধোন, মাৰ্কছ আৰু এঙ্গেলছৰ লগত পৰিচয় হয়।

১৮৪৭ খৃঃত পোল বিদ্ৰোহক ভাল বুলি সমৰ্থন কৰি বক্তৃতা দিয়াৰ ফলত ৰুছ গবৰ্ণমেণ্টৰ অনুৰোধত ফ্ৰেঞ্চ গৱৰ্ণমেণ্টে তেওঁক পেৰিচৰ পৰা খেদি দিয়ে। তাৰ পৰা খেদা খাই তেওঁ ব্ৰাছেল্‌ছলৈ যায়, তাতে মাৰ্কছৰ লগত তেওঁৰ ভালদৰে পৰিচয় হয়। কিন্তু মাৰ্কছক তেওঁ ভাল নাপাইছিল।

১৮৪৮ খৃষ্টাব্দত যি বিদ্ৰোহ হয় তাৰ ফলত তেওঁ প্ৰথমে পেৰিচলৈ আৰু তাৰ পাচত জাৰ্ম্মানীলৈ যায়। জাৰ্ম্মানীলৈ গৈ তেওঁ তাত স্বাধীনতাৰ বাণী প্ৰচাৰ কৰিছিল। ১৮৫৯ খৃষ্টাব্দত প্ৰুছিয়াৰ বিৰুদ্ধে ড্ৰেছদেনত যি বিদ্ৰোহ হয় তাৰ প্ৰাণস্বৰূপ আছিল বাকুনিন। তেওঁ আৰু তেওঁৰ লগৰীয়াবোৰে পাচদিন অতুল বিক্ৰমেৰে নগৰ ৰক্ষা কৰিছিল কিন্তু পাচত প্ৰুছিয়া সৈন্যৰ আক্ৰমন সহিব নোৱাৰি বন্দী হয়।

১৮৫০ খৃষ্টাব্দত তেওঁৰ প্ৰাণ দণ্ডৰ হুকুম হয়, কিন্তু পাচ মাহৰ পাচত এই দণ্ডৰ পৰিবৰ্ত্তে তেওঁক অষ্ট্ৰিয়ান গৱৰ্ণমেণ্টৰ হাতত অৰ্পণ কৰা হয়।

অষ্ট্ৰিয়ান গৱৰ্ণমেণ্টে স্বেচ্ছাচাৰিতাৰ এই মহাশত্ৰুক হাতত পাই পুনৰায় প্ৰাণ দণ্ডৰ আদেশ দিয়ে; কিন্তু এইবাৰো তেওঁ এই দণ্ডৰ পৰা সাৰে আৰু এই দণ্ডৰ পৰিবৰ্ত্তে তেওঁক যাবজ্জীৱন কাৰাদণ্ডৰ হুকুম দিয়ে। অষ্ট্ৰিয়াৰ কাৰাগাৰত তেওঁ বহু যন্ত্ৰনা ভোগ কৰিছিল। হাতে ভৰি বান্ধি তেওঁক নিৰ্জ্জণ কক্ষত থোৱা হৈছিল। পাচত ৰুছ গৱৰ্ণমেণ্টেও এই বীৰ পুৰুষক শাস্তি দিয়াৰ লোভ সামৰিব নোৱাৰি তেওঁক অষ্ট্ৰিয়ান গবৰ্ণমেণ্টৰ ওচৰত দাবী কৰিলে। তেতিয়া অষ্ট্ৰীয়ান গৱমেণ্টে তেওঁক ৰুছ গৱৰ্ণমেণ্টক দিয়ে। ৰুছ কাৰাগাৰত তেওঁৰ আটাইকেইটা দাঁত নোহোৱা হয়। তাতেই তেওঁৰ স্বাস্থ্য চিৰকালৰ বাবে ভঙ্গ হয়। কিন্তু শৰীৰ দুৰ্ব্বল হলেও তেওঁৰ মনৰ তেজ অলপো হ্ৰাস হোৱা নাছিল। কাৰাগাৰৰ অন্ধকাৰত তেওঁৰ আত্মাৰ বল বেচি হৈছিল। অত্যাচাৰীৰ শত নিৰ্য্যতনতো তেওঁৰ হৃদয়ৰ দেৱতাই পৰাজয় স্বীকাৰ নকৰিলে। পৃথিবীৰ একোৱেই তেওঁৰ মনত ভয়ৰ সঞ্চাৰ কৰাব নোৱাৰিছিল; কেৱল তেওঁ ভয় কৰিছিল—যদি দীৰ্ঘকাল কাৰাগাৰৰ অসহ্য যন্ত্ৰণাত অস্থিৰ হৈ তেওঁৰ চিত্ত দুৰ্ব্বল হৈ পৰে—যদি বহুদিন কাৰাগাৰত

থাকাৰ ফলত ক্ষমাৰ বশীভূত হৈ তেওঁ অত্যা-চাৰীক উচিত দণ্ড দিয়াত ঔদাসীন্য প্ৰকাশ কৰে— বিদ্ৰোহৰ যি অগ্নিস্ফুলিঙ্গ তেওঁৰ অন্তৰত দিনে ৰাতিয়ে জ্বলিছে যদি সি কাৰাগাৰৰ অসহনীয় যন্ত্ৰণাত মুমাই যায়।

আঠ বছৰ কাৰাবাসৰ পাচত ১৮৫৭ খৃষ্টাব্দত তেওঁক ছাই বেৰীয়ালৈ নিৰ্ব্বাসিত কৰা হয়। চাৰি বছৰ কাল নিৰ্ব্বাসন দণ্ড ভোগ কৰি ১৮৬১খৃষ্টাব্দত বহু কষ্টে তেওঁ চাইবেৰীয়াৰ পৰা জাপাং, জাপাণৰ পৰা আমেৰিকা আৰু আমেৰিকাৰ পৰা লণ্ডণ লৈ যায়। অতবোৰ কষ্টভোগ কৰাৰ পাচতো তেওঁ দুগুণ উৎসাহে তেওঁৰ মতবাদ প্ৰচাৰ কৰাত লাগিছিল।

তেওঁ কৈছিল—"Amorphism" অৰ্থাৎ বৰ্ত্তমান ৰাষ্ট্ৰ আৰু সমাজ আদিৰ ধ্বংস কৰিলে পাচত নতুন স্বাভাবিক ৰাষ্ট্ৰ আৰু সমাজ আপোনা-আপুনি হৈ উঠিব। তেওঁৰ মতে ব্যক্তিগত স্বাধীনতা—মানুহক তাৰ স্বাভাবিক বৃদ্ধি নষ্টকাৰী সকলো প্ৰকাৰ সামাজিক বন্ধনৰ পৰা মুক্ত কৰি তাৰ সৃজণ শক্তিৰ অবাধ কাৰ্য্য কাৰীতাৰ সহায় কৰিলে নতুন সুশৃঙ্খল সমাজ স্বাভাৱিকতে গঢ়ি উঠিব।

সশস্ত্র বিপ্লৱৰ দ্বাৰায় নিৰ্ম্মম আঘাতেৰে বৰ্ত্তমান প্ৰচলিত সমাজৰ শৃঙ্খলতা ধ্বংস কৰিবৰ মানসে এদল উগ্ৰ পন্থী যুৱক বাকুনিনৰ ধ্বংসবাদ মন্ত্ৰত দীক্ষিত হৈ নিহিলিষ্ট সম্প্ৰদায় গঠন কৰিলে। এই ধ্বংস বাদ দেখাত প্ৰলাপৰ দৰে হলেও ইয়াৰ ভিত্তি অতি গভীৰ।

১৮৬৭ খৃষ্টাব্দত চুইট্জাৰলেণ্ডত তেওঁ এটি আন্তৰ্জ্জাতিক সঙ্ঘ ( International alliance of socialist democracy ) স্থাপন কৰে আৰু এটি বিবৃতি দিয়ে। এই বিবৃতিৰ পৰাই তেওঁৰ মতবাদ বহিয়াকৈ বুজিব পৰা যায়।

বিবৃতিটি এই—"এই সঙ্ঘই ঘোষণা কৰে যে ইয়াৰ সভ্য সকলে ঈশ্বৰৰ অস্তিত্ব অস্বীকাৰ কৰে। সমাজত যি শ্ৰেণীভেদ আছে তাক সম্পূৰ্ণৰূপে উঠাই দিয়াৰ ই পক্ষপাতী আৰু স্ত্ৰী পুৰুষ নিৰ্ব্বিশেষে সকলোৰে ৰাষ্ট্ৰনৈতিক আৰু সামাজিক সমতা স্থাপন কৰিব খোজে। সঙ্ঘই ইচ্ছা কৰে যে মাটী আৰু শ্ৰমৰ আৱশ্যকীয় যন্ত্ৰপাতি সকলো আন-মূলধনৰ নিচিনা গোটেই সমাজৰে উমৈহতীয়া সম্পত্তি হব আৰু কৰ্ম্মীত বাহিৰে আন কোনো মানুহৰে তাত অধিকাৰ নাথাকিব। বৰ্ত্তমান প্ৰচলিত সকলো প্ৰকাৰ ৰাজনৈতিক ক্ষমতা পৰিচালিত কৰা শাসক-

সকলক বিলোপ কৰিবই লাগিব আৰু তাৰ ঠাইত কৃষি কৰ্ম্মি আৰু শ্ৰমিকসকলৰ এটা স্বাধীন সঙ্ঘ স্থাপন কৰা হব"।

এই আমূল পৰিবৰ্ত্তণ যে একমাত্ৰ বল প্ৰয়োগ কৰিয়েই কৰিব লাগিব তাক তেওঁ স্পষ্টকৈ কৈছিল। জেকলাৰ্ড নামে তেওঁৰ এজন সহৰ্ম্মীয়ে কৈছিল — "কিছুমানে বৰ্ত্তমান অনুষ্ঠানবোৰকেই ৰাখি সংস্কাৰ কৰিব খোজে, কিন্তু বৃথা চেষ্টা। সেইবোৰ কেৱল-মাত্ৰ পীড়ণ আৰু শোষণৰ যন্ত্ৰস্বৰূপহে ব্যৱহৃত হব পাৰে।

* "The alliance declaes itself atheist; it desires the definite and entire eabolition of class and it desires the political quality and social equalisation of individuals of both sexes. It desires that the earth, the instruments of labour like all other capital becomming the collective property of society as a whole, shall be no longer able to be utilized except by workers, that is to say, by agricultural and industrial associations. It recognises that all actually existing political and authoritarian states, reducing themselves more and more to the mere administrative functions of

আৰ কোনো ধৰণে সেই বোধক ব্যৱহাৰ কৰা অসম্ভৱ। সেই দেখিয়েই আমি সিবোধক ধ্বংস কৰিব খোজোঁ। গতিকে সংস্কাৰ পন্থীসকলৰ লগত আমাৰ সহযোগ অসম্ভৱ। কিন্তু আমি সংস্কাৰকামী সকলক সাৱধান কৰি দিছো যে যুদ্ধ অনিবাৰ্য্য-আৰু ই যুদ্ধ অতি ভয়ানক যুদ্ধ। বৰ্ত্তমানে সকলো প্ৰকাৰ অনুষ্ঠাণৰ বিৰুদ্ধেই যুদ্ধ ঘোষণা কৰা হব। আচল কথা ধনীসকলৰ যি কোনো অনুষ্ঠান-কেই আমি ধ্বংস কৰিম"।

১৮৭২ খৃষ্টাব্দত ভেণ্ড আন্তৰ্জ্জাতিক সন্মিলিত যোগ দিয়ে, কিন্তু ব্যক্তিগত সম্পত্তিৰ নিয়ম লোপ হোৱাৰ পাচত কি ভাবে ৰাষ্ট্ৰ গঠিত হব—এই লৈ মাৰ্কছৰ লগত ভেণ্ডৰ মতদ্বৈধ হয় আৰু অৱশেষত ভেণ্ড আন্তৰ্জ্জাতিক ত্যাগ কৰে। ভেণ্ডৰ প্ৰতিনিধিত্বত অলপো আস্থা নাছিল। বাকুনিনৰ অন্তৰঙ্গ বন্ধু আৰু প্ৰধান সহায় আছিল প্ৰিন্স্ ক্ৰপট্‌কিণ। ক্ৰপট্‌কিণ কছীয় আভিজাত্য বংশৰ সন্তান আছিল, কিন্তু কৃষক আৰু শ্ৰমিকৰ ওপৰত ধনী আৰু আভিজাত্যসকলৰ নিৰ্দ্দয় অত্যা-

the public services, must disappear in their respective union of free associations, both agricultural and industrial."

চাৰ দেখি আভিজাত্যৰ ওপৰত তেওঁৰ বিতৃষ্ণা হয় আৰু বাকুনিনৰ লগত যোগ দিয়ে। কৃষক আৰু শ্ৰমিক সকলৰ দুঃখ দুৰ্দ্দশা দেখি তেওঁ "খেতি-পথাৰ, কল-কাৰখানা," আৰু "অন্নজয়" ("Fields, Factories and workshops") ("The conguest of bread") নামে দুখন কিতাপ লিখে। তাত তেওঁ লেখিছে যে 'মজুৰী প্ৰথা' উঠি যাব লাগে। কৰ্ম্মত সকলোৰে অধিকাৰ থাকা উচিত কিন্তু বাধ্যতামূলক হব নালাগে। অলস, অকৰ্ম্মণ্য হৈ বহি থকা—মানুহৰ স্বভাৱ নহয়। মানুহে তেতিয়া কাম কৰিবলৈ ইচ্ছা নকৰে—যেতিয়া কামটো তাৰ অপ্ৰীতিকৰ হয়, অথচ সেই অপ্ৰীতিকৰ কাম-টোকেই কৰিব লগা হয় বাধ্য হৈ—দাসৰ নিচিনা। ইচ্ছামতে স্বাধীনভাৱে কাম কৰিবলৈ পালে সকলো কামতে আনন্দ আছে। মানুহে যে কেবল অভাৱৰ বাবেহে কাম কৰে এনে নহয়। কামৰ ভিতৰত উচ্চ-নীচ ভেদজ্ঞান থকা উচিত নহয়। বিজ্ঞানে এই উচ্চনীচ ভাব উঠাই দি সকলো কামকে সমান কৰি দিয়া উচিত। কিন্তু দুঃখৰ বিষয় বিজ্ঞান এতিয়া ধনীৰ ক্ৰীত দাস। ধনীৰ দাসত্ব ত্যাগ কৰি বিজ্ঞানে জন সাধাৰণৰ সেৱাত নিযুক্ত হোৱাহে বাঞ্ছনীয়।

বাকুনিন সকলো প্ৰকাৰ শাসন আৰু প্ৰভুত্বৰ বিৰোধী আছিল। এজনে আন এজনক তেওঁৰ ইচ্ছাৰ বিৰুদ্ধে শাসন কৰিব, এটা জাতিয়ে আন এটা জাতিক বলৰ্কবি নিজৰ ইচ্ছা অনুসাৰে চলিবলৈ বাধ্য কৰাব—বাকুনিনৰ স্বাধীন হৃদয়ত এই কথা কেতিয়াও সহ্য নহৈছিল। তেওঁ চাইছিল—এক বিৰাট সাম্যজগৎ—যত প্ৰত্যেক নৰ-নাৰীয়ে নিজৰ ব্যক্তিগত স্বাধীনতা অক্ষুন্ন ৰাখি আনন্দময় মুক্ত জীৱন লৈ উন্নতিৰ পথত বিচৰণ কৰিব।

মাৰ্ক্সৰ লগত বাকুনিনৰ পাৰ্থক্য বৰ বেচি নহয়। মাটী, মূলধন আৰু শ্ৰমৰ যন্ত্ৰপাতি যে কোনো মানুহ বিশেষৰ নহৈ সমাজৰ সৰ্ব্বসাধাৰণৰ হব লাগে—এই কথাত দুয়োৰে একমত। কেৱল শাসনতন্ত্ৰলৈহে দুয়োৰে ভিতৰত যি পাৰ্থক্য। বাকুনিনৰ মতে দেশৰ প্ৰত্যেক মানুহৰ সম্মতিৰ ওপৰত ৰাষ্ট্ৰৰ প্ৰয়োজনীয়তা নিৰ্ভৰ কৰে। কেৱল মাত্ৰ অধিকাংশ মানুহৰ সম্মতি হলেই নহয়। তেওঁৰ মতে দেশৰ প্ৰত্যেক মানুহৰে সম্মতি লোৱা উচিত, নহলে বাকী অলপ মানুহে বেচি মানুহৰ মতৰ হেঁচাত স্বাধীনতাৰ পৰা বঞ্চিত হব। বাকুনিনে ৰাষ্ট্ৰৰ কোনো সাৰ্থকতা স্বীকাৰ নকৰে। তেওঁৰ মতে মানৱ জাতিৰ মুক্তি পথৰ প্ৰধান অন্তৰায় দুটা

প্ৰথমটো ভগৱানত বিশ্বাস আৰু দ্বিতীয়টো ৰাষ্ট্ৰত বিশ্বাস। এঠাইত তেওঁ লেখিছে—"ৰাষ্ট্ৰই সমাজ নহয়। ই সমাজৰ এটা ঐতিহাসিক অৱস্থা মাথোন।

১৮৭৬ খৃষ্টাব্দৰ ২ জুলাইৰ দিনা নিৰ্ভীক বীৰ-পুৰুষ ধ্বংসবাদৰ জন্মদাতা মাইকেল বাকুনিনৰ লোকান্তৰ নামে ঠাইত দেহান্তৰ হয় আৰু তেখেতৰ মৃত্যুৰ পাচৰ পৰাই ধ্বংসবাদ ক্ষীণ হৈ যাবলৈ ধৰে।

---

## "যুক্তি-সঙ্গত" সম-স্বত্ববাদ।

(Rational Socialism.)

বেলজিয়মৰ দাৰ্শনিক পণ্ডিত কলিন্‌স্ আৰু তেওঁৰ শিষ্য আগেথন দি পটাৰে এই "যুক্তি-সঙ্গত সম-স্বত্ববাদ" (Rational Socialism) প্ৰচাৰ কৰে। তেওঁলোকে মানৱ-আত্মাৰ নিত্যত্ব স্বীকাৰ কৰে কিন্তু ঈশ্বৰৰ অস্তিত্ব—স্বীকাৰ নকৰে। তেওঁলোকৰ মতে আত্মা চেতনস্বৰূপ আৰু সকলো মানুহেই সমান। কাৰণ মানুহ মাত্ৰেই আত্মা আৰু দেহৰ সংযোগত উৎপন্ন। একে মূল আৰু উপাদানৰ পৰা জন্ম হোৱা বাবে সকলো মানুহেই পৰস্পৰ পৰস্পৰৰ ভাই। প্ৰাণীজগতত মানুহেই একমাত্ৰ হিতাহিত জ্ঞানসম্পন্ন, বুদ্ধিমন্ত কিন্তু প্ৰত্যেকৰ কৰ্মক্ষেত্ৰ স্বতন্ত্ৰ। এই বাবেই সি নিজ কৰ্ম্মৰ বাবে দায়ী। গতিকে কৰ্ম্মৰ ফলাফল ভোগ কৰিবলৈ সি বাধ্য।

প্ৰাণীজগতত মানৱেই একমাত্ৰ কৰ্ম্মী আৰু ইহ-জগত তাৰ কৰ্ম্মক্ষেত্ৰ। মানুহে নানা উপায়ে কাম কৰি পৃথিবীৰ পৰা ধন উৎপাদন কৰে। শ্ৰমেই ঘনীভূত হৈ ধনৰূপ ধাৰণ কৰে। সমষ্টিভূত

শ্ৰমক মূলধনৰ সহায়েৰে কোনো বস্তু উৎপন্ন কৰিব খুজিলে তাৰ উপাদানৰ আৱশ্যক। এই উপাদানৰ প্ৰয়োজনীয়তাৰ ফলত বনুৱাই যদি মাটীৰ মালিক হয় তেনেহলে সি স্বাধীন নহলে পৰাধীন হবলৈ বাধ্য হয়। গতিকে উপাদানৰ মালিকৰ অনুমতি লৈহে মানুহে কাম কৰা শক্তি ব্যৱহাৰ কৰিবলৈ সক্ষম হয়। কিন্তু কাম কৰিবলৈ আন মানুহৰ অনুমতিৰ বাবে অপেক্ষা কৰাটোৱেই দাসত্ব। সেই দেখিয়েই সমাজৰ সকলো মানুহকে মাটীৰ মালিক কৰি সমগ্ৰ মাটী জন-সমষ্টিৰ অধিকাৰভুক্ত কৰি দিয়া একান্ত প্ৰয়োজন। অৰ্থাৎ যি ব্যৱহাৰ কৰিব খোজে তাৰেই স্বত্ব থাকা উচিত।

ধনবিভাগ সম্বন্ধে তেওঁলোকৰ মত এই যে, যদি মাটীত সকলোৰে সমান স্বত্ব থাকে তেনেহলে বনুৱা নাইবা কৃষকে কাৰো দাসত্ব স্বীকাৰ নকৰাকৈয়ে ধন উৎপাদন কৰিবলৈ সক্ষম হব, আৰু তেতিয়া প্ৰত্যেকৰ শ্ৰমৰ আৰু বুদ্ধিৰ প্ৰসাৰৰ বাবে সভ্যতাৰ উন্নতিৰ অনুপাতে সমাজৰ সমষ্টিগত ধন ক্ৰমান্বয়ে বেচি হব।

জনসমাজৰ ক্ৰমোন্নতিৰ বিষয়ে যুক্তি-সঙ্গত সম-স্বত্ববাদীসকলৰ মত এই যে—সমাজত পোণপ্ৰথমে পশুবলেই প্ৰভুত্ব প্ৰতিষ্ঠা কৰে। তেতিয়া একো

একোটি পৰিয়াল পিতাকৰ অধীনত পৰিচালিত হৈছিল আৰু সকলোতকৈ ক্ষমতাশালী জনৰ অনুগামী আছিল ·সমাজৰ আয়তন বৃদ্ধিৰ লগে লগে ক্ষমতাশালীৰ সংখ্যা বেচি হোৱাত এই প্ৰথা পাচত অচল হৈ পৰে। ঠিক এই সময়তে বলৱান-জনে তেওঁৰ প্ৰভুত্ব ৰক্ষাৰ বাবে নিজৰ পশুবলক জন্মগত অধিকাৰ বুলি দাবী কৰে আৰু আন সকলে তেওঁৰ অনুগামী হোৱাতো কৰ্ত্তব্য বুলি ঘোষণা কৰে। আৰু এই উদ্দেশ্যে মানৱৰ প্ৰতি-ৰূপ কিন্তু সৰ্ব্বশক্তিমান এজন ·ঈশ্বৰ আবিষ্কাৰ কৰি প্ৰচাৰ কৰে যে সেই ঈশ্বৰে মানৱ-সমাজ নিয়ন্ত্ৰিত কৰিবলৈ বিধি-ব্যৱস্থাবোৰ তেওঁৰ ওচৰত গোপনে প্ৰকাশ কৰিছে আৰু সেই ঈশ্বৰজনেই সেই বিধি-ব্যৱস্থাবোৰ প্ৰণয়ন কৰিবলৈ আৰু সেইবোৰৰ ব্যাখ্যা কৰিবলৈ তেওঁক নিয়োগ কৰিছে। ৰজা-ঈশ্বৰ-প্ৰেৰিত অসাধাৰণ পুৰুষ আৰু তেওঁৰ অধিকাৰ ভগবান নিৰ্দ্দিষ্ট—এই বিশ্বাস সৰ্ব্বসাধাৰণৰ মনত জন্মাবলৈ নানা উপায় অৱলম্বন কৰা হয়।

পাচত কালক্ৰমত বুদ্ধি-বৃত্তি প্ৰসাৰৰ ফলত নতুন তত্ত্ব আবিষ্কাৰ হোৱাত আৰু নানা জাতিৰ পৰস্পৰ ভাৱৰ আদান প্ৰদানৰ সুযোগ হোৱাত

শ্ৰেণীবিশেষৰ ঐশ্বৰ্য্যৰ অধিকাৰ আৰু প্ৰভুত্বৰ আস্থা মানুহৰ মনৰ পৰা ক্ৰমে কমি যাবলৈ ধৰে। নতুন যুগ আৰম্ভ হয় আৰু এই যুগত অভিজাত সম্প্ৰদায়ে মধ্যবিত্ত সম্প্ৰদায়ৰ লগত যোগ হৈ এক নতুন সম্প্ৰদায় সৃষ্টি কৰে। এই সম্প্ৰদায়ৰ নাম ধনী সম্প্ৰদায়। যুক্তিসঙ্গত সম-স্বত্ববাদীসকলে কয় যে, মানৱ-সমাজ উন্নতিৰ শেষ সীমাত উপনীত হলে সমাজৰ পৰা অজ্ঞতা দূৰ হব আৰু সেই জ্ঞানৰ যুগ পৃথিবীত মানৱ-জাতি থাকে মানে স্থায়ী হৈ থাকিব। সেই যুগত জনসাধাৰণৰ স্বাধীনতা, সুখ-স্বাচ্ছন্দ্য আৰু সুশৃঙ্খলতাৰ বাবে চিৰশান্তি বিৰাজ কৰিব।

যুক্তি-সঙ্গত সম-স্বত্ববাদীসকলৰ সমাজ গঠন প্ৰণালী সম্বন্ধে মত :—

স্বাভাৱিকতে সকলো মানুহেই সমান। গতিকে কাম কৰা বিষয়তো সকলো মানুহকে সমানে সুবিধা দিব লাগে। মানুহৰ স্বাধীনতা জন্মগত। স্বাধীন ভাৱেই সি কাম কৰিব। শ্ৰমিকক মাটী আৰু মূলধনৰ স্বত্বাধিকাৰ দিব লাগে। যেহেতু মানুহ মাত্ৰেই সকলোৱে ভাই ভাই গতিকে সমাজৰ অক্ষম মানুহকো সমাজেই ভৰণ-পোষণ দিব লাগে। জ্ঞান অৰ্জ্জনৰ বাবে সকলোৱে সমান সুবিধা থাকিব

লাগে। প্ৰত্যেক যুৱকক এনে শিক্ষা দিব লাগে যাতে সি নিজ খুচিতে আনৰ প্ৰতি সদ্ব্যৱহাৰ কৰে। বয়স বেচি হলে শিক্ষা সমাপ্ত কৰি ৰাষ্ট্ৰৰ সেৱাত কিছুকাল অবৈতনিক ভাৱে আত্মনিয়োগ কৰিব দিব লাগে। তাৰ পাচত ৰাষ্ট্ৰই অলপ মূলধনেৰে সহায় কৰি প্ৰত্যেককে কৰ্ম্মক্ষেত্ৰত লগাই দিয়া উচিত। দেশৰ গোটেই মাটী আৰু সঞ্চিত ধন সমাজৰ মূল-ধনত পৰিণত হোৱা উচিত।

---



# সমষ্টিবাদ।

## ( Collectivism )

সমাজত ন্যায়মতে ধন-বিভাগৰ প্ৰধান অন্তৰায় হৈছে—দুটি। প্ৰথমটি উত্তৰাধিকাৰী সূত্ৰে পোৱা সম্পত্তি আৰু দ্বিতীয়টি—আনৰ উপাৰ্জ্জিত ধনত অধিকাৰ পোৱা। এই দুটি নিয়ম পৃথিবীৰ পৰা উঠাই দিলে সকলোৱে ধন সমানভাগে পাব পাৰে। উত্তৰাধিকাৰ নিয়ম উঠাই দিলে মৃতকৰ সম্পত্তি ৰাষ্ট্ৰৰ সম্পত্তি হব আৰু এনেকৈয়ে যৌথ-সম্পত্তিৰ ( collective property ) সৃষ্টি হব। অকল ৰাষ্ট্ৰৰহে মূলধনত আৰু মাটীত অধিকাৰ থকা উচিত। তেনেহলে প্ৰত্যেকেই তেওঁৰ শ্ৰমলব্ধ সামগ্ৰীৰ অধিকাৰী হব পাৰিব। এনে ব্যৱস্থাত মাটীৰ আৰু মূলধনৰ ওপৰত জাতীয় স্বত্ব প্ৰতিষ্ঠিত হব। সমষ্টিবাদী সকলে মাৰ্ক্‌ছ আৰু লাছেলৰ নিচিনা অৰ্থনৈতিক সূত্ৰৰ ওপৰত নিৰ্ভৰ নকৰি কেৱল প্ৰচলিত সমাজৰ উত্তৰাধিকাৰ বিধান প্ৰথা উঠাই দিয়াৰহে পক্ষপাতী। তেওঁলোকৰ মতে যি যিমান পৰিশ্ৰম কৰিব সি সেই অনুপাতে ধন পাব।

এনে হলেহে প্ৰত্যেক মানুহৰ দায়ীত্ব জ্ঞান জন্মিব আৰু সমাজৰ স্থিতি দৃঢ় হব।

সমষ্টিবাদী সকলৰ মতে প্ৰত্যেক সমাজক কিছু-মান পৰিয়ালত ভাগ কৰিব লাগে। প্ৰত্যেক পৰিয়ালে নিজে কাম-বন কৰি উপাৰ্জ্জন কৰা বস্তুৰ বাবে উপযুক্ত পুৰস্কাৰ পাব। ইয়াৰ দ্বাৰায় ব্যক্তি-স্বাৰ্থ ৰক্ষা কৰা হব আৰু প্ৰত্যেকৰ কৰ্ম্ম-প্ৰেৰণা জাগ্ৰত কৰা হব। সমষ্টিবাদী-ৰাষ্ট্ৰত যিমান শ্ৰম-বিভাগ থাকিব তিমান সমবায় সমিতি স্থাপন কৰা হব। কৃষকৰ ভড়াল, দেশৰ খনি, ৰেল-লাইন, কাৰখানা ইত্যাদি ৰাষ্ট্ৰৰ সমষ্টিগত সম্পত্তি হলেও ব্যৱহাৰিক ক্ষেত্ৰত ইবোৰ বনুৱা-সমিতিৰ হাতত থাকিব। বনুৱা সমিতিবোৰে যৌথ-কাৰবাৰৰ দৰে ইবোৰ পৰিচালণ কৰিব। বনুৱা সকলে তেওঁলোকৰ শ্ৰমৰ পৰিমাণ আৰু গুণ অনুৰূপ মজুৰী পাব। সমষ্টিবাদী সমাজত কাকো ধন সাচিবলৈ সুযোগ দিয়া নহব। উত্তৰাধিকাৰ-প্ৰথা একমাত্ৰ দৈনিক ব্যৱহাৰী বস্তুতহে দিয়া হব।

---

# ফেছিষ্টবাদ।

ফেছিষ্টবাদৰ জন্মদাতা বেনিটো—মুছোলিনী। উত্তৰ ইটালীৰ এমিলিয়া নামে এখন প্ৰদেশত এক দৰিদ্ৰ কমাৰৰ ঘৰত মুছোলিনীৰ জন্ম হয়। মুছোলিনীৰ পিতাক এজন সম-স্বত্ববাদী আছিল আৰু মাক আছিল স্থানীয় স্কুল এটিৰ শিক্ষয়িত্ৰী। সৰু কালতে পিতাকে মুছোলিনীক সম-স্বত্ববাদ ৰাজনীতিৰ প্ৰাথমিক তত্ত্ববিলাক—দৰিদ্ৰই ধনীৰ দ্বাৰায় কেনেকৈ নিষ্পেষিত হৈছে, দৰিদ্ৰৰ মুখৰ ভাত কেনেকৈ ধনীয়ে কাঢ়ি খাইছে ইত্যাদি কথা শিকাইছিল। সৰুতে মুছোলিনী অতি দুৰ্দ্দান্ত আছিল। স্কুলৰ মাষ্টাৰে কৈছিল যে তেওঁৰ পৰিণাম অতি শোচনীয় হব। তেওঁ লেখা-পঢ়া বিশেষ শিকিব নোৱাৰিলে। অৱশেষত তেওঁ চুইট্জাৰলেণ্ডলৈ জীৱিকা অৰ্জ্জনৰ বাবে যায়। তাত তেওঁ জাৰ্ম্মান সম-স্বত্ববাদীসকলৰ লগত লগ লাগি মাৰ্ক্সৰ সূত্ৰবোৰ প্ৰচাৰ কৰিবলৈ ধৰে। কিছুদিনৰ পাচত চুইজ গৱৰ্ণমেণ্টে তেওঁক উগ্ৰপন্থী বুলি তাৰ পৰা খেদাই দিয়ে। তাৰ পাচত তেওঁ ইটালীলৈ যায় আৰু তাত এখন সাম্যবাদী কাকত উলিয়ায়।

১৯১১ চনত ইটালীৰ গৱৰ্ণমেণ্টে তেওঁৰ কাকত বন্ধ কৰি দিয়ে।

১৯১৪ খৃঃত ইউৰোপীয় মহাযুদ্ধৰ সময়ত মুছোলিনীৰ মতৰ আমূল পৰিবৰ্ত্তণ হয়। তেতিয়াৰ পৰা তেওঁ আন্তৰ্জ্জাতিক চিন্তা পৰিত্যাগ কৰি ইটালীৰ উন্নতিৰ চিন্তাতেই সময় অতিবাহিত কৰিব ধৰিলে। তেতিয়াৰ পৰা ইটালীয়ে তেওঁৰ সৰ্ব্বস্ব হল। মহাযুদ্ধত ইটালীয়ে যোগ দিয়া উচিত নে অনুচিত এই লৈ দুটা প্ৰধান দলৰ সৃষ্টি হয়। এটায়ে যোগ দিয়াৰ পক্ষপাতী আৰু আনটো যোগ দিয়াৰ বিপক্ষে। পাচত ১৯১৫ চনৰ মেই মাহত ইটালীয়ে জাৰ্ম্মান আৰু অষ্ট্ৰীয়াৰ বিৰুদ্ধে ইংৰাজ আৰু ফ্ৰেঞ্চৰ লগত যোগ হৈ যুদ্ধক্ষেত্ৰত অৱতীৰ্ণ হয়। এই যুদ্ধলৈ মুছোলিনীও সৈনিক হিচাবে গৈছিল কিন্তু পাচত আহত হৈ ইটালীলৈ ফিৰি আহিছিল।

যুদ্ধৰ অৱসানত ইটালীৰ যি শক্তি আৰু অৰ্থ নাশ হৈছিল সি অবৰ্ণনীয়। ইটালীৰ ব্যৱসা-বাণিজ্য বন্ধ হবৰ উপক্ৰম হয়, ঠায়ে ঠায়ে ধৰ্ম্মঘটৰ সূচনা হয়—লোকৰ দুৰ্গতিৰ সীমা নোহোৱা হয়। সেই সময়ৰ ইটালীৰ গৱৰ্ণমেণ্টৰ কৰ্ত্তাসকল বৰ দুৰ্ব্বল আছিল। ৰুছিয়াৰ প্ৰৰোচনাত ইটালীৰ সমস্বত্ববাদী সকলে সেই সুযোগতে কলকাৰখানা দখল কৰি

ছোভিয়েট গবৰ্ণমেণ্ট প্ৰতিষ্ঠাৰ বাবে চেষ্টা কৰিবলৈ ধৰিছিল। সেই অনুস্থাত ইটালী ধ্বংসৰ পথলৈ যাব ধৰা যেন বোধ হৈছিল।

ঠিক তেনে সময়তে যুদ্ধৰ পৰা ফিৰি অহা সৈন্যবোৰক লৈ মুছোলিনীয়ে তেওঁৰ 'ব্লেক ছাৰ্ট' বাহিনী ( Black shirts ) সংগঠন কৰি দেশৰ পৰা বল-ছেভিকবাদী সকলক ( Red shirts ) দূৰ কৰিবলৈ দৃঢ় প্ৰতিজ্ঞ হয়। এই সৈন্যবোৰক মুছোলিনীয়ে আগেয়ে ফেছিষ্ট পতাকা তলত সজ্ঞবদ্ধ কৰিছিল। ১৯২২ চনত বিশৃঙ্খলতা যেতিয়া চৰম সীমাত উপনীত হয় তেতিয়া মুছোলিনীয়ে নেপল্‌ছ নগৰীত এখন ফেছিষ্ট কংগ্ৰেছ আহ্বান কৰে আৰু সেই কংগ্ৰেছলৈ চল্লিছ হেজাৰ যুৱক ৰণ সাজত সজ্জিত হৈ যায়। তেওঁ তেতিয়াৰ গৱৰ্ণমেণ্টৰ অকৰ্ম্মন্য মন্ত্ৰীসকলৰ পদত্যাগৰ দাবী কৰে আৰু ৰোম নগৰীলৈ অভিযান কৰে। গৱৰ্ণমেণ্টে সামৰিক আইন জাৰী কৰি মুছোলিনীৰ অভিযানত বাধা দিব খুজিছিল কিন্তু ৰজা ভিক্তৰ ইমানুয়েলে সেই কথাত সম্মতি নিদিলে। বৰঞ্চ তেওঁ মুছোলিনীক মতাই নি প্ৰধান মন্ত্ৰীৰ ভাৰ দিয়ে। ৩৯ বছৰ বয়সত মুছোলিনীয়ে ইটালীৰ প্ৰধান মন্ত্ৰী অৰ্থাৎ সৰ্ব্বময় কৰ্ত্তা হৈ উঠিল। সেই দিন ধৰি তেওঁ

ইটালীক এটা পৰাক্ৰমশালী জাতি হিচাবে গঢ়ি তুলিবলৈ প্ৰাণপণ চেষ্টা কৰি আহিছে। বৰ্ত্তমানে ইটালী পৃথিৱীৰ ভিতৰত এটা প্ৰধ শক্তিশালী জাতি।

যি আদৰ্শ আৰু কৰ্ম্মপ্ৰণালী অৱলম্বন কৰি ইটালী আজি জগতত ইমান প্ৰতিপত্তিশালী আৰু সমৃদ্ধিশালী হবলৈ সমৰ্থ হৈছে—সেই ফেছিষ্টবাদ কি ? 'ফেছিজম' 'ফেছি' ( Fasci ) শব্দৰ পৰা ওলাইছে। ফেছি শব্দৰ অৰ্থ-- কোনো এদল মানুহে যদি কোনো বিশেষ উদ্দেশ্য লৈ সঙ্ঘবদ্ধ হয় সেইদল মানুহক 'ফেছি' বোলে। বৰ্ত্তমানে আমি সমিতি শব্দ যি অৰ্থত ব্যৱহাৰ কৰোঁ ইটালীত 'ফেছি শব্দও সেই অৰ্থত ব্যৱহৃত হয়। মুছোলিনীয়ে জাৰ্ম্মান যুদ্ধৰ পৰা উভটী অহা সৈনাবোৰক লৈ যি 'ফেছি' বা সমিতি স্থাপন কৰিছিল সেই সমিতিকে ফেছিষ্টদল বোলে, আৰু তেওঁলোকৰ মতবাদক ফেছিজম' বোলে। বৰ্ত্তমানে 'ফেছিজম' বুলিলে মুছোলিনীয়ে ৰাজ্য শাসন কৰাত যি আদৰ্শ লৈ কাম কৰিছে তাকেহে বুজায়।

ফেছিষ্টবাদৰ আদৰ্শ কি তাক মুছোলিনী নিজেই দিছে :—"ফেছিষ্টবাদে বিশ্বাস কৰে যে, দেশৰ প্ৰত্যেক মানুহৰ নিজৰ ব্যক্তিগত উচ্চাকাঙ্ক্ষা পূৰণ

কৰাত বাহিৰেও তেওঁৰ নিজ দেশৰ ৰাজশক্তিক কৰ্ত্তব্য পৰায়ণতাৰে সৈতে সেৱা কৰাও তেওঁৰ এটা কৰ্ত্তব্য। যি নিজৰ ব্যক্তিগত স্বাৰ্থ সাধনৰ বাবে বেচি উৎসুক তেওঁৰ দ্বাৰায় দেশ শাসনৰ কাৰ্য্য পৰিচালিত হব নোৱাৰে। যি দেশৰ ৰাজশক্তিৰ ওপৰত সকলোতকৈ বেচি শ্ৰদ্ধাসম্পন্ন আৰু যি এই ৰাজশক্তিক শক্তিশালী হোৱাৰ পথত পৰিচালিত কৰে তেওঁৱেই দেশৰ শাসন কাৰ্য্য পৰিচালিত কৰিব"।

মুছোলিনীৰ এই কথাৰ পৰাই প্ৰমাণিত হয় যে ফেছিষ্টবাদে ব্যক্তিগত আশা আকাঙ্ক্ষাৰ বা সুখ দুঃখৰ চেষ্টাক আশ্ৰয় নিদিয়ে। প্ৰত্যেক মানুহেই দেশৰ গৱৰ্ণমেণ্টক শক্তিশালী কৰি তুলিবৰ বাবে নিজৰ অস্তিত্ব বিসৰ্জ্জন দি তাৰ সেৱা কৰিব—ঠয়েই তেওঁৰ ৰাজনৈতিক আদৰ্শ এই আদৰ্শ। অনুযায়ী

---

Fascism holds that dutiful service to his state is the higher obligation of the citizen than the persuit of his own ambitions; that the affairs of the state must be governed, not by those who will seek to flatter the selfish hopes of the individual but by those who have the highest faith in the state and who will head it to its highest expression of strength."

ফেছিষ্টবাদ সম-স্বত্ব বাদৰ সম্পুৰ্ণ বিপৰীত। মুছোলিনীৰ ফেছিষ্টবাদক স্বেচ্ছাচাৰবাদ বুলি কলেও বেচি কোৱা নহয়। ই শ্ৰেনী বিশেষৰ শাসন পদ্ধতি মাত্ৰ, অৰ্থাৎ 'ফেছিজম' সম্ৰাজ্যবাদৰে এটি ৰূপান্তৰ মাথোন।



## ভাৰতীয় সমস্যা

সম-স্বত্ববাদ ভাৰতৰ উপযোগী হয় নে নহয়—বৰ্ত্তমানৰ সমস্যা হৈছে এয়ে। বহুতে কয় যে ভাৰতৰ পক্ষে ই একেবাৰে অনুপযুক্ত কাৰণ ভাৰতত ধনতন্ত্ৰবাদ এতিয়াও ইউৰোপৰ নিচিনাকৈ গঢ়ি উঠা নাই। কিন্তু ই কথা কিমান সত্য—বিবেচনাধীন।

ভাৰতীয় সংৰক্ষণপন্থী ধনিক-সম্প্ৰদায়ৰ এজেণ্ট সকলে, ভূসম্পত্তিত অৰ্পিত-স্বত্বথকা (vested interest) জমিদাৰ শ্ৰেনী, দেৱতা মঠ, মন্দিৰ আদিৰ চিৰস্থায়ী ভাবে ভূ সম্পত্তি পোৱা ধৰ্ম্ম যাজক আৰু পুৰোহিতদলে আৰু মূলধনী কল-কাৰখানা চাহ বাগিছা আদিৰ মালিকসকলে বিদেশী সম্ৰাজ্যবাদী

সকলৰ লগত মিলিত হৈ একবাক্যে কয়—যে, সম-স্বত্ববাদ ভাৰতৰ অনুপযুক্ত, ই ভাৰতীয় বস্তু নহয়, ৰুছিয়াৰ ধাৰ কৰা কথা। আৰু তেওঁলোকৰ এই কথাকে ভাৰতীয় জনমত বুলি জগতত প্ৰচাৰ কৰে। কিন্তু প্ৰকৃততে ই ভাৰতীয় জনমত নহয়। ভাৰতীয় জনমত বুলি আজিও কোনো মত আচলতে গঠিত হোৱা নাই। জনমত বুলি যি মত গঠিত হৈছে—সি কেইজনমান ধনতন্ত্ৰবাদৰ উপাসক ধনী আৰু ক্ষমতা প্ৰিয় নেতাৰ মত মাথোন। যদি বাস্তৱিকতে ভাৰতীয় জনমত গঠিত হ'লহেতেন তেনেহলে আজি ভাৰতীয় কৃষক আৰু বনুৱাই অৰ্দ্ধনগ্ন অৱস্থাত থাকিব নালাগিল হেঁতেন। কিন্তু ই ধ্ৰুৱ সত্য যে ভাৰতীয় জনমত গঠিত হলেই সম-স্বত্ববাদৰ প্ৰৱল গতিক বাধা দিবৰ ক্ষমতা শত-সহস্ৰ সাম্ৰাজ্যবাদী শক্তিৰো নহব।

বৰ্ত্তমানে ভাৰতত মুষ্টিমেয় ধনী আৰু অভিজাতে সাম্ৰাজ্যবাদৰ সহায়ত অগনিত দৰিদ্ৰ কৃষক আৰু বনুৱাক নিষ্পেষিত আৰু নিৰ্য্যাতিত কৰিছে। দেশীয় ধনীসকলৰ বাহিৰেও বৈদেশীক ধনীসকলৰ প্ৰভুত্বই ইহঁতৰ অৱস্থা আৰু বেচি শোচনীয় কৰি তুলিছে। পৰাধীনতা আৰু ধন-বৈষম্যৰ ফলত বৰ্ত্তমানে ভাৰতত, যি ভাৰত এদিন সোণৰ

ভাৰত আছিল আৰু যাৰ বাবে সাত সাগৰ তেৰ নদী পাৰ হৈ কলম্বচে যাত্ৰা কৰিছিল সেই ভাৰতত আজি ভাত-কাপোৰৰ অভাৱ, শিক্ষাৰ অভাৱ, স্বাস্থ্যৰ অভাব অৰ্থাৎ মানুহে যিবোৰৰ দ্বাৰায় প্ৰকৃত মানুহ হব পাৰে, সেই সকলোৰে অভাৱ।

ভাৰতৰ দাৰিদ্ৰ্যৰ কথা ওলালেই ভাৰতীয় কৃষকৰ কথা ওলায়, কাৰণ কৃষকেই ভাৰতবৰ্ষ। ভাৰতীয়ৰ শতকৰা প্ৰায় ৭৫ জনেই কৃষক। এই কৃষকসকলৰ গড় প্ৰতি বছৰেকীয়া আয় বৰ্ত্তমানে ২৪৲ টকাৰ পৰা ৩০৲ ত্ৰিশ টকা, অৰ্থাৎ মাহে ২৲ দুটকাৰ পৰা প্ৰায় ৩।৵০ টকা মাথোন। এই দুটকা উপাৰ্জ্জনেৰে সি তাৰ মাহৰ সকলো খৰছ কৰি গৃহস্থালিৰ চলাব লাগে। ভাৰতীয় কৃষকৰ অৱস্থা সম্বন্ধে ই লণ্ডৰ ডব্লিউ, এচ, লিলী ছাহাবে কৈছিল —

"ভাৰতৰ লাখ লাখ মানুহে মাত্ৰ আধা একৰ পৰিমিত মাটি খেতি কৰি জীৱিকা আৰ্জ্জন কৰে। প্ৰতিক্ষণে অনশনৰ সৈতে সিহঁতে যুজ কৰিব লগীয়া হয় আৰু সেই যুজত পৰাজয় হয়—সিহঁতৰ। মানুহৰ দৰে জীয়াই থকা, জীৱন ধাৰণৰ বাবে যিবোৰ সুখ সুবিধা অতি সাধাৰণ মানুহৰ বাবেও আৱশ্যক, সেই সকলোবোৰ সুখ-সুবিধা লৈ জীয়াই

থকা—ভেওঁলোকৰ সমস্যা নহয়। ভেওঁলোকৰ সমস্যা—কেৱল কোনোৰকমে প্ৰাণৰখা, নহৰি জীয়াই থকা। প্ৰায় সকলো প্ৰদেশতে দুৰ্ভিক্ষ নিত্য-নৈমিত্তিক ঘটনা।”

চাৰ চাৰ্লছ্ ইলিয়ট নামে এজন ইংৰাজ ভদ্ৰ-লোকে কৈছিল—“মই কবলৈ অলপো শঙ্কা বোধ নকৰো যে কৃষক সম্প্ৰদায়ৰ অৰ্দ্ধেক মানুহেই পূৰ্ণ আহাৰ কাক বোলে নাজানে। বছৰে বছৰে সিহঁতৰ এনে অৱস্থা চলিয়েই আছে।”

ইত্যাদি বিদেশী মানুহৰ নিৰপেক্ষ মতামতৰ পৰা ডাঠি কব পাৰি যে পৃথিবীৰ ভিতৰত ভাৰতৰ কৃষকেই অতি দৰিদ্ৰ। ভাৰতীয় কৃষকৰ এনে দুৰৱস্থা হোৱাৰ কাৰণ কি? ভাৰতীয় কৃষকৰ দুৰৱস্থাৰ কাৰণ প্ৰধানতঃ দুটা। —সাম্ৰাজ্যবাদ আৰু ধনতন্ত্ৰবাদ। এই দুটা “বাদ” এনে ওতপ্ৰোতভাৱে জড়িত যে এটাৰ অভাৱত আনটোৰ স্থায়ীত্ব কঠিন হৈ পৰে; গতিকে যিদিনাই বৈদেশিক সাম্ৰাজ্যবাদীসকলে ভাৰতত সাম্ৰাজ্য স্থাপন কৰিলে সিদিনাৰ পৰাই তাৰ সহচৰ ধনতন্ত্ৰবাদৰো সূত্ৰপাত কৰিবলৈ ধৰিলে। ধনী সম্প্ৰদায় সৃষ্টি কৰাৰ কাৰণ—সাম্ৰাজ্যবাদৰ স্থায়ীত্ব নিৰ্ব্বিঘ্ন কৰা। অৱশ্যে ধনী-সপ্ৰদায়-সৃষ্টি কৰ.

কাৰ্য্যত আধুনিক কল-কাৰখানা আৰু বাণিজ্য নীতিয়ে বহুতো সহায় কৰিছে। ধনী সম্প্ৰদায় বুলিলে দেশী আৰু বিদেশী এই উভয়কে বুজায়। সাম্ৰাজ্যবাদ স্থাপনৰ লগে লগে যি সকল ব্যৱসায়ী বিদেশৰ পৰা আহি ইয়াত বেপাৰ বাণিজ্য আৰু কল-কাৰখানা স্থাপন কৰিছে—সি সকলেই বিদেশী ধনী আৰু চিৰস্থায়ী ভাৱে ভূ-সম্পত্তিত অপিত-স্বাৰ্থ লাভ কৰা জমিদাৰ শ্ৰেণী, দেৱতা, মঠ-মন্দিৰ আদিৰ নামত ভূ-সম্পত্তি দানপোৱা ধৰ্ম্ম-যাজক সম্প্ৰদায় আৰু কল-কাৰখানা, কাৰবাৰ, চাহবাগিছা আদিৰ মালিকদাৰ সকলেই দেশীয় ধনী সম্প্ৰদায়। সাম্ৰাজ্যবাদী বৈদেশিক শাসক আৰু দেশী-বিদেশী ধনী সম্প্ৰদায়ৰ শোষণৰ ফলত যে ভাৰতীয় কৃষকৰ এনে দুৰৱস্থা হৈছে—ই ধ্ৰুব সত্য।

আৰ্থিক অৱস্থা সম্বন্ধে ভাৰতীয় কৃষকৰ যেনে অৱস্থা, শিক্ষা আৰু স্বাস্থ্য বিষয়তো ঠিক একে অৱস্থা। কাৰণ মানুহৰ সকলো উন্নতিৰ মূলতেই হৈছে—আৰ্থিক অৱস্থা। ভাৰতীয় কৃষকৰ শিক্ষিতৰ সংখ্যা শতকৰা প্ৰায় ছজন মাথোন। আচল কথা কবলৈ হলে ভাৰতীয় কৃষক আজিও নিৰক্ষৰতাৰ দুৱাৰ-দলিত। উচ্চশিক্ষা ইহঁতৰ ভাগ্যত নঘটে বুলি কলেও বঢ়াই কোৱা নহয়। যি দুই একজনে

উচ্চশিক্ষা পায়—সি মধ্য-বিত্ত শ্ৰেণীৰ মানুহ। অকাল-মৃত্যু আৰু মেলেৰিয়া আদি বেমাৰ ভাৰতীয় কৃষকৰ নিত্য-সহচৰ।

পৃথিবীৰ সকলো দেশত ধন আৰু শ্ৰমৰ যি বিবাদ উপস্থিত হৈছে—আমাৰ ইয়াতো এই বিবাদ উপস্থিত নোহোৱাকৈ থকা নাই। ইয়াৰ উপৰিও দেশ পৰাধীন হোৱাৰ বাবে ইয়াৰ আৰু এটা গুৰুতৰ সমস্যা আছে। এই দেশত গৱৰ্ণমেণ্ট সকলোতকৈ ধনী। কাৰণ গৱৰ্ণমেণ্ট দেশৰ সমস্ত ভূ-সম্পত্তিৰ উচ্চ স্বত্বাধিকাৰী, ৰেল বিভাগ আৰু খনি ইত্যাদিৰ মালিক আৰু ইয়াৰ বাহিৰেও নানা বিভাগত বহু উচ্চ বেতনভোগী কৰ্ম্মচাৰী আছে। গতিকে ভাৰতীয় ধন-বৈষম্য দূৰ কৰিবলৈ হলে পোণপথমে সাম্ৰাজ্যবাদৰ যৱনিকা নপৰিলে নহয়। কাৰণ সাম্ৰাজ্যবাদেই ধনতন্ত্ৰবাদৰ প্ৰধান অৱলম্বন। কিন্তু ইও ধ্ৰুৱ যে ধনতন্ত্ৰবাদ থাকিলে সাম্ৰাজ্যবাদো নাযায়। গতিকে জনসাধাৰণৰ স্বাৰ্থলৈ চালে এই দুয়োৰে পুষ্টিত হাতদিব লগীয়া হয়। অৱশ্যে এই কথাত হয়তো বহুতে কব যে অকল বিদেশী সাম্ৰাজ্যবাদী-সকলকেই নোৱাৰি তাৰ উপৰি যদি আকৌ দেশৰ মানুহৰ লগতো সংগ্ৰাম কৰিব লগীয়া হয় তেনেহলে জনসাধাৰণৰ অৰ্থনৈতিক মুক্তি কল্পনাতীত। কিন্তু

ই—মহা ভুল। কাৰণ দেশত পৰান্নভোগী ধনী সম্প্ৰদায় আৰু মধ্যযুগৰ আভিজাত্য সম্প্ৰদায় থাকে মানে দেশৰ পৰা সাম্ৰাজ্যবাদৰ অস্তিত্ব লোপ পোৱা—অবাস্তৱ মাত্ৰ।

আৰু আভিজাত্য সম্প্ৰদায়ৰ লগত বিৰোধ নকৰি বৰং তেওঁলোকৰ সহায় আৰু সহানুভূতি লাভ কৰি অৰ্থনৈতিক স্বৰাজ লাভ কৰা উচিত তেনেহলেও সেই স্বৰাজ্যে দেশত কেতিয়াও শান্তি আনিব নোৱাৰিব। কাৰণ ফল হব—বিদেশী ধনীৰ পৰিবৰ্ত্তে মুষ্টিমেয় দেশীয় ধনীৰ তলত জনসাধাৰণে বৰ্ত্তমানৰ দৰেই কৃপা ভিক্ষাৰ্থী হৈ দিন কটাব লাগিব। গতিকে কেৱল স্বৰাজ লাভ হলেই নহব, স্বৰাজ এনে ধৰণৰ লাভ কৰিব লাগিব যাতে স্বৰাজ প্ৰতিষ্ঠিত হোৱাৰ পাচত দেশৰ অগণিত জনসাধাৰণে পেট ভৰাই দুমুঠি খাব পাৰে আৰু দেশত প্ৰকৃত শান্তি বিৰাজ কৰে। দেশত এনে অৱস্থাৰ সৃষ্টি হব পাৰে একমাত্ৰ সম-স্বত্ববাদৰ প্ৰতিষ্ঠানৰ দ্বাৰায়—অৰ্থাৎ ৰাষ্ট্ৰৰ পৰা ধন-বৈষম্য দূৰ কৰি ধন-সমতা স্থাপন কৰাৰ দ্বাৰায়। তেতিয়াহে কৃষক আৰু শ্ৰমিকৰ প্ৰকৃত মুক্তি হব, দুঃখ দূৰ হব আৰু দেশ আচলতে স্বাধীন হব। আধুনিক পৃথিৱীত যিবোৰ দেশ স্বাধীন বুলি পৰি-

গণিত, সিবোৰ দেশৰ জনসাধাৰণ অৰ্থাৎ কৃষক আৰু শ্ৰমিক স্বাধীন নহয়। বৰ্ত্তমানে প্ৰজাতন্ত্ৰ বা গণতন্ত্ৰ নামতহে। এইবাবে জগতত আজি নানা হত্যা, ৰক্তপাত, বিদ্ৰোহ আদি নিত্য-নৈমিত্তিক ঘটনা হৈ উঠিছে। ভাৰততো ভবিষ্যতে যাতে এনেবোৰ ঘটনাৰ পুনৰাভিনয় নহয় তাৰ বাবে এতিয়াই সাৱধান হৈ কাৰ্য্য চলোৱা উচিত।

সম-স্বত্ববাদৰ প্ৰসাৰ ভাৰতত অতি দ্ৰুতগতিত হব ধৰা যেন বোধ হয়। ১৯২৬ চনত কাণপুৰ ষড়যন্ত্ৰৰ মোকৰ্দ্দমাৰ পৰা ভাৰতবৰ্ষতো 'কমিউনিষ্ট' পাৰ্টী গঠিত হোৱা প্ৰথম জানা যায়। এই দলৰ দুটা উদ্দেশ্য আছিল, প্ৰথমটো—বিপ্লৱৰ দ্বাৰা প্ৰচলিত ৰাষ্ট্ৰ ব্যৱস্থাৰ ধ্বংস সাধন কৰা আৰু দ্বিতীয়টো—জনসমাজক প্ৰবুদ্ধ কৰি বিপ্লৱত যোগ দিবলৈ সমাজ-সাম্যবাদ প্ৰচাৰ কৰা। এই মোকৰ্দ্দমাত শ্ৰীযুত মানবেন্দ্ৰ ৰায় মহাশয়ো অপৰাধী আছিল। অৱশ্যে ইয়াৰ আগেয়ে কাণপুৰতেই শ্ৰীযুত সত্যভক্তই "ভাৰতীয় কমিউনিষ্ট সঙ্ঘ' এটা স্থাপন কৰিছিল। এই সঙ্ঘৰ উদ্দেশ্য আছিল— কৃষক, শ্ৰমিক, কেৰাণী, ৰেল আৰু ডাক বিভাগৰ তলতীয়া কৰ্ম্মচাৰী, পুলিচৰ কনিষ্টবল আদিৰ দুঃখ-দুৰ্দ্দশা মোচন কৰা। ১৯২৫ খৃষ্টাব্দত কাণপুৰত

ভাৰতীয় কমিউনিষ্ট সকলৰ এখন সভা হয় তাত প্ৰায় ৫০০ প্ৰতিনিধি উপস্থিত হৈছিল।

ভাৰতৰ কল-কাৰখানাৰ শ্ৰমিকসকলক অনেক ঠাইত সঙ্ঘবদ্ধ কৰি "শ্ৰমিক-সঙ্ঘ" গঠিত হৈছে। কিছুমান "ব্যৱসায় সঙ্ঘও" ( Trade Unions ) গঠিত হৈছে। এই সকলো সঙ্ঘবোৰক মিলিত কৰি এটা "ব্যৱসায় সঙ্ঘৰ কংগ্ৰেছো" স্থাপিত হৈছে। এই ব্যৱসায় সঙ্ঘ অইন অইন দেশত বৈধ বুলি গণ্য হৈছে। আমাৰ ভাৰততো ১৯২৬ চনত ইয়াক বৈধ বুলি গণ্য কৰিছে।

এইবোৰৰ বাহিৰেও শ্ৰমিক ধৰ্ম্মঘটবোৰৰ পৰা সহজে অনুমান কৰিব পাৰি যে সম-স্বত্ববাদৰ প্ৰসাৰ ভাৰতত কিদৰে বিস্তৃতি লাভ কৰিছে। আন কথা এৰিও যোৱা ২৩ এপ্ৰিলৰ বোম্বাইৰ কাপোৰৰ কলবিলাকৰ শ্ৰমিকসকলৰ ধৰ্ম্মঘটৰ বিষয় মনোযোগ দিলেই—ই কথা উপলব্ধি কৰিব পাৰি। চুৰাপুৰ, আহমেদাবাদ প্ৰভৃতি ঠাইতো এই সময়তে ধৰ্ম্মঘট হৈছিল। প্ৰায় এক লাখ শ্ৰমিকে এই ধৰ্ম্মঘটত যোগ দিছিল। হয়তো বহুতে কব পাৰে যে শ্ৰমিকসকলে আনৰ প্ৰৰোচনাত ধৰ্ম্মঘট কৰিছিল। কিন্তু ই কথা ভুল। সিহঁতে ক্ষুধাৰ তাড়নাতহে ধৰ্ম্মঘট কৰিছিল। লাখ লাখ মানুহে

খাবলৈ নাপায় অথচ সিহঁতৰ আগতে মুষ্টিমেয় মানুহে মাহেকত মটৰৰ পেট্ৰোল কিনোতে যিখিনি ব্যয় কৰে সেইখিনিকেই সিহঁতক দিলে সিহঁতৰ আধা মানুহৰ জীৱন ৰক্ষা পৰে। এনেকুৱা সমাজ আৰু ৰাষ্ট্ৰৰ ব্যৱস্থাই সম-স্বত্ববাদ শ্ৰমিকসকলৰ অন্তৰত সুমাই দিছে। অনুমান হয় সময়ত সমগ্ৰ কৃষক সম্প্ৰদায়ৰ মাজতো এই ভাৱ প্ৰবেশ কৰিব। কাৰণ তেওঁলোকেও তেওঁলোকৰ পৰিশ্ৰমৰ অনুপাতে ফল নাপায় আৰু সেই কথা বুজিবলৈ তেওঁলোকৰ বেচিদিন নালাগিব। আন কি ভাৰতীয় কংগ্ৰেছ মহাসভাকো সম-স্বত্ববাদীদলে দখল কৰিবলৈ উদ্যত হৈছে। কাৰণ জনসাধাৰণে বুজিছে যে ধনী প্ৰভুত্বকামী নেতাসকলৰ দ্বাৰা কেতিয়াও তেওঁলোকৰ মুক্তি নহয়। সিদিনাখন পণ্ডিত জহৰলাল নেহৰুৱে (১৯৩৩ চনৰ ১২ ডিচেম্বৰৰ দিনা) দিল্লীৰ জনসভাত কৈছিল "ক্ষুধাই জনসাধাৰণক সিহঁতৰ অৰ্থনৈতিক মুক্তি যুদ্ধত যোগ দিবলৈ বাধ্য কৰাইছে এনে কি যদি কংগ্ৰেছ মহাসভায়ো যুদ্ধ স্থগিত ৰাখে, তথাপিতো সিহঁতে তাক চলাব।" ( Hunger was driving the masses to participate in the struggle for their economic emancipation and

even if the Congress stop it, it would still contime ).

এই প্ৰাচীন জাতিটোৰ সমাজ-ব্যৱস্থা,ৰাষ্ট্ৰ-ব্যৱস্থা আজি এনে এক অস্বাভাৱিক অৱস্থাত উপনীত হৈছে, যাক ধ্বংসৰ মুখৰ পৰা ৰক্ষা কৰিব খুজিলে সম-স্বত্ববাদৰ আদৰ্শত নতুনকৈ গঢ়ি তুলিব লাগিব।

যি সকলে সম-স্বত্ববাদ ভাৰতৰ বাবে উপযোগী নহয় বুলি কয় সি সকলৰ কথা যে আ:লতে ভুল তাক তলত তুলি দিয়া পণ্ডিত জহৰলাল নেহৰুৰ কথাৰ পৰাই অনুমান কৰিব পাৰি। "দেশৰ ধন-সম্পত্তিৰ ওপৰত বিদেশী গৱৰ্ণমেণ্টে এটা অৰ্থ-নৈতিক বোজা স্থাপন কৰিছে আৰু সিহঁতে ইয়াক স্বইচ্ছাৰে শিথিল কৰি নিদিয়ে কাৰণ তেনে কৰিলে সিহঁতৰ সাম্ৰাজ্যৰ স্থায়ীত্বৰে আশঙ্কা। অৰ্থনৈতিক শোষণকাৰ্য্য পৰিচালনা কৰাত গৱৰ্ণমেণ্টে উঠি অহা ভাৰতীয় ধনী সম্প্ৰদায়ক কিছু সুবিধা দিবৰ বাবে একো আপত্তি নকৰিব।" আকৌ তেখেতে শ্ৰেণী সংগ্ৰাম হোৱাৰ কথাৰ উত্তৰত কৈছিল—"যোৱা দুই বছৰৰ ঘটনাৰ পৰা এই কথাৰ উত্তৰ দিব পাৰা যায় যে, যেতিয়াই স্বৰাজ লাভৰ বাবে কোনো আন্দোলন চলে তেতিয়াই দমননীতিয়ে তাৰ অনু-সৰণ কৰে। আৰু দেশীয় ৰজা, জমিদাৰ আৰু

ধনী সম্প্রদায়ে আন্দোলনক সহায় নকৰে বৰঞ্চ তেওঁলোকে খোলাখুলি ভাৱেই শত্রুপক্ষকে অৱলম্বন কৰে। এই সকলে আন্দোলনত যোগ দিব নোৱাৰে কাৰণ তেওঁলোকৰো স্বাৰ্থ সাম্রাজ্যবাদী সকলৰ স্বাৰ্থৰ লগতেই জড়িত।"

(The Pondit said that "the foreign Government constituted an economic burden on the resources of the country and it would not willingly relax its control asthat would endanger its Existence. In the carrying on of economic Exploitation, it would not mind giving a few concessions to the rising Indian capitalist claeses."

"That the events of the last two years had provided an effective answer to this criticism. Whenever there was any movement aiming at the establistment of Swaraj, it was followed by repression. The Princes, landlords and Capitalists did not help the movement. They openly went over to the opposite

camp. These elements could not participate in the struggle as their interests were tied up with those of Imperialism."

১৯৩০ চনৰ লাহোৰ কংগ্ৰেছত পণ্ডিতজীয়ে সভাপতিৰ অভিভাষণত কৈছিল—"মই অকপটে স্বীকাৰ কৰোঁ যে মই এজন সম-স্বত্ববাদী আৰু গণতন্ত্ৰত মোৰ বিশ্বাস নাই, যি ব্যৱস্থাৰ ফলত বণিক্‌ৰাজৰ সৃষ্টি হয়—আৰু যিহঁত প্ৰভুত্ব মানুহৰ ওপৰত ৰজাতকৈও বেছি প্ৰভাৱশালী হয়, প্ৰাচীন অভিজাত সম্প্ৰদায়ৰ নিচনাই যি ক্ষতিগ্ৰস্ত-কাৰী সেই ব্যৱস্থাৰ ওপৰত মোৰ মুঠেও আস্থা নাই। মই ইয়াকো অৱশ্যে স্বীকাৰ কৰোঁ যে, বৰ্তমানে কংগ্ৰেছ যিভাৱে গঠিত আৰু দেশৰ বৰ্তমান অৱস্থা যেনে, এনেস্থলত সম্প্ৰতি সম্পূৰ্ণ সম-স্বত্ববাদী কাৰ্য্যপদ্ধতি গ্ৰহণ কৰাও সম্ভৱ নহয়। কিন্তু লগতে ইয়াকো আমি মনত ৰখা উচিত যে সম-স্বত্ববাদৰ আদৰ্শ পৃথিৱীৰ সকলো সমাজতে প্ৰবেশ কৰিছে। কেতিয়া আৰু কিভাৱে ইয়াৰ পূৰ্ণ পৰিণতি হোৱা উচিত—কেৱল ইয়াৰ বাবেহে মতভেদ আছে। ভাৰতে যদি দাৰিদ্ৰ্য আৰু অসাম্য দূৰ কৰিব খোজে তেনেহলে এই আদৰ্শহে

অবলম্বন কৰিব লাগিব—অৱশ্যে নিজ ভাৰত নিজ উপযোগী কৰিব।"

"আমাৰ কৃষক আৰু শ্ৰমিক সমস্যা—সবাতকৈ জটিল আৰু ভীষণ সমস্যা। কৃষক আৰু শ্ৰমিকেই ভাৰতৰ প্ৰধান অৱলম্বন, তেওঁলোকৰ উন্নতি আৰু অভাব পূৰণতহে আমাৰ সাফল্য নিৰ্ভৰ কৰে। তেওঁলোকে যি পৰিমাণে আমাৰ জাতীয় আন্দোলনত যোগ দিব সেই পৰিমাণে আমাৰ শক্তি বাঢ়িব। তেওঁলোকৰ স্বাৰ্থ-ৰক্ষাৰ বাবে যত্নৱান হলেহে তেওঁলোকক আমি পাব পাৰোঁ। কংগ্ৰেছে তেওঁলোকৰ প্ৰতি মাথোন শুভ ইচ্ছাহে জনাইছে, তাৰ বেচি আৰু একো কৰা নাই। কোৱা হয় যে ধনিক আৰু শ্ৰমিক, জমিদাৰ আৰু প্ৰজাৰ প্ৰতি সমভাৱ দেখুৱাই কংগ্ৰেছৰ নীতি। কিন্তু এই ব্যৱস্থা বজায় ৰখাৰ অৰ্থ -অন্যায় আৰু শোষণ নীতিক বলবৎ ৰখা। অন্যায় দূৰ কৰাৰ একমাত্ৰ উপায় হৈছে -এক শ্ৰেণীৰ ওপৰৰ পৰা আন শ্ৰেণীৰ প্ৰভুত্ব গুচোৱা। কৃষক আৰু শ্ৰমিক সমস্যা কেৱল 'মজুৰী' আৰু ধনী-জমিদাৰৰ দয়াৰ প্ৰশ্ন নহয়। ব্যৱসায় আৰু জমিদাৰীত সদয়ভাৱ—ভিক্ষাৰ নামান্তৰ মাত্ৰ। ইয়াৰ দ্বাৰায় অন্যায়ৰ অৱসান হব নোৱাৰে।"

"শিল্প-বাণিজ্যই কাৰ বাবে ধনোৎপাদন কৰিব আৰু পৃথিবীয়ে কাৰ বাবে শস্য দিব—তাক আমি স্থিৰ কৰিব লাগিব। আজি পৃথিবীৰ পৰা যিমান প্ৰচুৰ শস্য উৎপন্ন হয়—সি কৃষকৰ ভোগৰ বাবে নহয়। শিল্প আৰু কল কাৰখানাৰ দ্বাৰায় যি ধনোৎপাদন হয় সি শ্ৰমিকৰ ভোগৰ বাবে নহয়—শিল্পৰ প্ৰধান উদ্দেশ্যই লাখপতি সৃষ্টি কৰা। শস্য যিমানে বেচি নহক ভগা খেৰী ঘৰৰ অন্ধকাৰ কোঠালী আৰু কৃষক-শ্ৰমিকৰ নগ্নমূৰ্ত্তি—বৃটিছ সাম্ৰাজ্য আৰু আমাৰ সমাজ-ব্যৱস্থাৰ প্ৰকৃত মহিমা কীৰ্ত্তন কৰিছে।"

"গতিকে মানুহলৈ দৃষ্টি ৰাখিহে আমাৰ আৰ্থিক ব্যৱস্থা নিৰ্ণয় কৰা উচিত। আমি ধনৰ বাবে মানুহক বলি দিয়া উচিত নহয়। যদি শ্ৰমিকক উপবাসে নাৰাখিলে কোনো শিল্প নচলে—তেনেহলে সেই শিল্পক বন্ধ কৰি দিয়াহে সঙ্গত। কৃষকে যদি পেট ভৰাই খাবলৈ নাপায় তেনেহলে মাজতে থাকি যিসকলে তেওঁলোকক তেওঁলোকৰ খাদ্যৰ পৰা বঞ্চিত কৰে, সেই সকলক অপসাৰিত কৰিব লাগে"।

সমাজতন্ত্ৰবাদ ভাৰতৰ উপযোগী হয় নে নহয় আৰু হলে কি ভাৱে প্ৰতিষ্ঠিত হোৱা উচিত এই

বিষয় মহাত্মা গান্ধীৰ মতামতলৈ ইয়াতে আঙুলিওৱা হল। বৰ্ত্তমানে ভাৰতীয় ৰজা, জমিদাৰ কল-কাৰখানাৰ মালিক আৰু ধনীসুতখোৱা সম্প্ৰদায়ে কি-ভাৱে ধন লাভ কৰে বুলি সোধাত মহাত্মাজীয়ে তেওঁলোকে জনসাধাৰণক বঞ্চিত কৰি ধন সংগ্ৰহ কৰা বুলিকয়। স্বৰাজৰ অৰ্থ সম্বন্ধে মহাত্মাজীয়ে কৈছে —

"ভাৰত স্বাধীন হলে বহু কাললৈ এনে কিছু-মান আইনৰ প্ৰৱৰ্ত্তণ কৰিব লাগিব যাৰ দ্বাৰায় ধনী জমিদাৰ আৰু তথাকথিত উচ্চ শ্ৰেনী আৰু অংশতঃ গৱৰ্ণমেণ্টে জনগনক যি মহাপঙ্কত পেলাইছে—তাৰ পৰা যাতে তেওঁলোকক উদ্ধাৰ কৰা যায়। তেওঁলোকক উদ্ধাৰ কৰিবলৈ যে ধনৰ দৰ্কাৰ হব সেই ধন কাৰ ভড়ালৰ পৰা আহিব? ভগৱানে আকাশৰ পৰা সেই টকা পঠাই নিদিয়ে। সেই টকা ধনী সকলৰ পৰাই আনিব লাগিব, আৰু এই ধনীৰ ভিতৰৰ ইউৰোপীয় ধনীসকলো বাদ নাযাব। এই যুদ্ধ—যি সকলৰ আছে আৰু যি সকলৰ নাই—তেওঁলোকৰ যুদ্ধ।

যদি আপোনালোকে ইচ্ছা কৰে যে, আজি যাৰ স্বাৰ্থ যেনে ভাৱে আছে, সেইবিলাক তেনে-ভাৱেই থাকক, তেনেহলে মই কবলৈ বাধ্য হম যে তেনে স্থলত ৰাষ্ট্ৰই মূক দৰিদ্ৰ জনসাধাৰণৰ নিমিত্তে কেতিয়াও কল্যাণকৰ নহব"।

বহু কালৰ পৰা ভাৰতবৰ্ষত ধৰ্ম্মই কেৱল আত্ম-সমৰ্পণ আৰু বশ্যতা স্বীকাৰ কৰাৰ প্ৰবৃত্তি মাথোন জনসাধাৰণৰ মাজত সুমাই দিছে। আৰু এই ধৰ্ম্মৰ নামত কিছুমান স্বাৰ্থান্বেষী লোকে লাখ লাখ অজ্ঞ দৰিদ্ৰ কৃষক শ্ৰমিকক বঞ্চিত কৰি সিহঁতৰ প্ৰকৃত মুক্তিত বাধা দি আহিছে। কাৰণ ধৰ্ম্মৰ আৱৰণ লৈ এই স্বাৰ্থান্বেষী দলে নিজৰ স্বাৰ্থ সদায় পৰিপুষ্ট কৰি ৰাখিছে। যদি কিবা প্ৰকাৰে জন গণৰ মুক্তি হয় তেনেহলেতো আৰু সেইলোকৰ স্বাৰ্থ ভবিষ্যতে বজায় ৰাখিব নোৱাৰিব—এই আশঙ্কাত আজি ধৰ্ম্মৰ ধ্বজাধাৰী দলে সাম্ৰাজ্যবাদী সকলৰ লগত সহযোগ কৰি নিজ স্বাৰ্থ পূৰণৰ বাট বাতে অনন্ত কাললৈ এইভাৱে থাকে তাৰ কাৰণে আপ্ৰাণ চেষ্টা কৰিছে। কিন্তু সেইলোকে মনত ৰখা উচিত যে সুধাৰ তাড়নাই ধৰ্ম্মক আটলাণ্টিক মহাসাগৰত নিক্ষেপ কৰাবলৈ বাধ্য কৰাব। সেই দিন আহিবৰ বেছি সময় নাই।

হিন্দু মুছলমান সমস্যাই আজি যি জটিল আকাৰ ধাৰণ কৰিছে—বাহিৰৰ পৰা দেখিলে বুজা যায় যে ভাৰতত হিন্দু মুছলমান সমস্যাৰহে আন্দোলন চলিছে। কিন্তু প্ৰকৃততে সেই নহয়। হিন্দু-মুছলমান সমস্যাটো দেখাত ডাঙৰ কৰি তোলাৰ গুৰিত দুটা

শক্তি। প্রথমটি বিদেশী সাম্রাজ্যবাদী শাসক সম্প্রদায় আৰু দ্বিতীয়টো সাম্রাজ্যবাদৰ এজেণ্ট, ধনী আৰু ধৰ্ম্মৰ নামত জনসাধাৰণক শোষণ কৰা সম্প্ৰদায়। এই দুই সম্প্ৰদায়ে মিলি ধৰ্ম্মৰ সমস্যাটো ডাঙৰকৈ দেখুৱাই প্ৰকৃত জনসাধাৰণৰ হিত সাধনত বাধা দি আছে। ধৰ্ম্ম মানুহৰ ব্যক্তিগত বস্তু। ইয়াৰ অৰ্থনীতি আৰু ৰাজনীতিৰ লগত প্ৰকৃততে একো সম্বন্ধ নাই অথচ জোৰ কৰি আনি সম্বন্ধ লগাই দিয়া হৈছে। বৰ্ত্তমানৰ সমস্যা আন্তৰ্জ্জাতিক সমস্যা আৰু ৰাজনীতিতকৈ অৰ্থনৈতিক সমস্যাহে মুখ্য হৈ উঠিছে। এনে স্থলত ধৰ্ম্মৰ নাম লৈ প্ৰকৃত উদ্দেশ্য সাধনত স্বাৰ্থান্বেষীত বাহিৰে আন কোনেও বাধা নিদিয়ে—জনসাধাৰণে ই কথা অতি অলপ সময়ৰ ভিতৰতে বুজিব অন্ততঃ অৱস্থাই বুজাবলৈ বাধ্য কৰাব।

সমস্বত্ববাদ প্ৰতিষ্ঠিত কৰিব পাৰিলেহে ভাৰতত কৃষক আৰু শ্ৰমিক সমস্যা, দেশীয় ৰজাসকলৰ তলতীয়া প্ৰজাৰ সমস্যা, ধৰ্ম্ম সমস্যা, নাৰী সমস্যা আৰু শিক্ষা আদি সকলো সমস্যাৰ সমাধান হব পাৰে। আৰু তেতিয়াহে ভাৰতত তথা গোটেই পৃথিৱীত প্ৰকৃত শান্তি বিৰাজ কৰিব পাৰে। সমস্বত্ববাদ প্ৰতিষ্ঠিত কৰাৰ ভাৰ যোগ্য আনাৰ পোহৰ

আনাই যুৱক সম্প্ৰদায়ৰ গাত। যুৱক সম্প্ৰদায়ৰ নাম লোৱাত মুষ্টিমেয় ধনী-সম্প্ৰদায়ৰ এজেণ্ট, শিক্ষিত মধ্য-বিত্ত শ্ৰেনীৰ যুৱক সম্প্ৰদায়ৰ কথা কোৱা নাই। দেশৰ কোটী কোটী নগ্ন কৃষক আৰু বনুৱা যুৱক সকলৰ কথাও কোৱা হৈছে। কিন্তু বৰ্ত্তমান যুৱক সম্প্ৰদায় বুলিলে সেই মধ্যবিত্ত শ্ৰেনীৰ শিক্ষিত সকলোকহে বুজায়। গাওঁত থকা, কল-কাৰখানাত বাগিছাত থকা যুৱক সকলৰ কথা কাৰো মনত উদয় নহয়। আধুনিক সমাজ যেনেকৈ দুই ভাগে বিভক্ত যুৱকসম্প্ৰদায়ো সেই দৰে দুই শ্ৰেনীত বিভক্ত। প্ৰথমটি ধন-তন্ত্ৰী যুৱক সম্প্ৰদায় আৰু দ্বিতীয়টি নিষ্পেষিত যুৱক সম্প্ৰদায়। আচলতে ধনতন্ত্ৰবাদী যুৱক সকলৰ সংখ্যা বৰ কম সেই দেখি তেওঁলোকে শিক্ষিত মধ্যবিত্ত-শ্ৰেনীৰ যুৱক-সম্প্ৰদায়ক হাত কৰি ভিতৰি ভিতৰি নিজ উদ্দেশ্য অৰ্থাৎ ধনতন্ত্ৰবাদৰ স্থায়ীত্ব ৰখা কাৰ্য্য সাধন কৰে। মধ্যবিত্ত শিক্ষিত অথচ দৰিদ্ৰ যুৱক সম্প্ৰদায়েও তেওঁলোকৰ লগত যোগ দিয়ে, কাৰণ তেওঁলোকে ধনীসম্প্ৰদায়ৰ বিলাসীতা আৰু সুখ ভোগত ভোল গৈ "বৰলোকী ষ্টাইল" (aristocratic style) শিকি নিজে 'বৰলোক শ্ৰেনীত' পৰিণত হোৱাৰ সুখ-স্বপ্ন দেখে, আৰু ক্ৰমে দৰিদ্ৰ কৃষক শ্ৰমিকক

অসভ্য, অশিক্ষিত "ছোট-লোক" বুলি ঘিণাবলৈ ধৰে। দৰিদ্ৰ মধ্যবিত্ত শ্ৰেনীৰ শিক্ষিত যুৱক সকলে ধনী যুৱকসকলৰ লগত যোগ দিয়াৰ প্ৰধান কাৰণ—তেওঁলোকৰ নিজৰ অৱস্থা বুজিবলৈ সামৰ্থ্য নাই—মানসিক দৈন্য তেওঁলোকৰ বৰ বেচি। দিনে দিনে ক্ৰমান্বয়ে খাবলৈ নোপোৱা হৈ যোৱা স্বত্বেও নিজ স্বাৰ্থ সম্বন্ধে সচেতন হব পৰা নাই। কিন্তু দৰিদ্ৰ শ্ৰমিক আৰু কৃষক যুৱক সম্প্ৰদায়ে আজি তেওঁলোকৰ অৱস্থা বুজিবলৈ চেষ্টা কৰিছে। আৰু যিদিনাই তেওঁলোকে তেওঁলোকৰ স্বাৰ্থ ভালকৈ বুজিব—সিদিনাই, সেই মূহুৰ্ত্তে কৃষক শ্ৰমিক শ্ৰেনী অত্যাচাৰ আৰু নিৰ্য্যাতনৰ পৰা মুক্ত হব। কৃষক আৰু শ্ৰমিক শ্ৰেনীৰ ভিতৰত এই যুৱক সম্প্ৰদায় বেচি উৎসাহী আৰু কৰ্ম্মপটু।

কিন্তু ভাৰতৰ শিক্ষিত দৰিদ্ৰ আৰু নিৰন্নুৱা যুৱক সম্প্ৰদায়ে জনা উচিত যে তেওঁলোকৰ দাৰিদ্ৰ্যৰ একমাত্ৰ কাৰণ ধনতান্ত্ৰিক সমাজ ব্যৱস্থা আৰু তাৰ শোষণ। তেওঁলোকে এই ধনতান্ত্ৰিক সমাজ ব্যৱস্থাৰ আৰু সাম্ৰাজ্যবাদৰপৰিবৰ্ত্তে সমাজতান্ত্ৰিক সংগঠনৰ ভিত্তি স্থাপন কৰিব লাগিব। তেওঁলোকে সদায় মনত ৰাখিব লাগিব যে তথা:-কথিত বৰ্ত্তমান ধনী নেতাসকল - যিসকল নিজ স্বাৰ্থপৰি পূৰণৰ

বাবে আন্দোলনত যোগ দিয়ে, সিসকলৰ লগত যোগ দিয়া, তেওঁলোকৰ পৰ্ব্বত প্ৰমাণ ভুল হব। তেওঁলোকে কৃষক আৰু শ্ৰমিকৰ লগত যোগ হৈ সম-স্বত্ববাদৰ মূলনীতি বোৰক সহজ ভাষাত বুজাই তেওঁলোকক প্ৰস্তুত কৰি তুলিব লাগিব। আমাৰ তথা কথিত নেতাসকলে এই কথাত আতঙ্কিত হব, বলিয়াৰ বলিয়ালি বুলি উৰাই দিব কিন্তু অন্তৰে অন্তৰে প্ৰলয়ঙ্কৰী বুলি ভাবি ইয়াৰ বিৰুদ্ধে যাব।



এই কিতাপ খন লিখাত তলত নাম দিয়া কিতাপবোৰৰ পৰা যথেষ্ট সহায় পোৱা হৈছে।

1. Bolshevism at Work—
   by W. T. Goode.
2. Russia in Transition—
   by E. M. Friedma.
3. The Evolution of Property—
   by P. Lafargue,
4. Red Virtue—by Winter,
5. Leninism—by Stalin.
6. Hunger—by Knut Hamsum.
7. On Marxism to day—by M. Dobbe.
8. The Principles of Socialism—
   by D. H, Cole.
9. History of Socialism—by Kircupp
10. Socialism—by F. Engels.